# একাদশী

( এঘাৰটা হিন্দী চুটি গল্পৰ অসমীয়া অনুবাদ )

সম্পাদনা : শ্ৰীছগনলাল জৈন





১৯৭৪

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

( অসম )

Ekadashi : Assamese Translation of eleven Hindi Short Stories written by prominent Hindi writers and translated by Sri Chitra Mahanta and Sri Tarun Azad Deka—Published by Sri Nagen Saikia, General Secretary, Assam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat. Edited by Sri Chhaganlal Jain, Gauhati.

প্ৰকাশক ঃ
শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক ঃ
অসম সাহিত্য সভা, যোৰহাট

অনুবাদক ঃ
প্ৰথম দহটা গল্প শ্ৰীচিত্ৰ মহন্ত
অন্তিম গল্পটি
শ্ৰীতৰুণ আজাদ ডেকা

গুৱাহাটী কাৰ্য্যালয়
ভগৱতী প্ৰসাদ বৰুৱা ভৱন,
গুৱাহাটী

প্ৰকাশন ব্যয় বহনকৰ্ত্তা ঃ
বৰপেটা ৰোড চেম্বাৰ
অব্ কমাৰ্চৰ হৈ
শ্ৰীহনুমান প্ৰসাদ আগৰৱালা,
বৰপেটা ৰোড

প্ৰথম প্ৰকাশ
ফেব্ৰুৱাৰী, ১৯৭৪

মুদ্ৰক ঃ পূৰ্ব্বজ্যোত প্ৰেছ
গুৱাহাটী।

মূল্যঃ ৫·০০ টকা

# আগকথা আৰু কৃতজ্ঞতাজ্ঞাপন

অসম সাহিত্য সভাৰ চত্বাৰিংশ ৰঙিয়া সন্মিলনৰ সভাপতিৰ অভিভাষণত আমি বাৰদফীয়া আঁচনি দাঙি ধৰিছিলো। সেইদিনাই ৰাতি বহা বিষয় বাছনী সভাই সেই বাৰদফীয়া আঁচনি হৰ্ষধ্বনিৰে গ্ৰহণ কৰিছিল আৰু কাৰ্য্যনিৰ্বাহকৰ প্ৰথম বৈঠকতে সেই আঁচনিৰ কাম হাতত লৈ তাক কাৰ্য্যত পৰিণত কৰিবলৈ নজনীয়া প্ৰকাশন সমিতি পাতি দিছিল। সেই আঁচনিৰ এটি বিষয় হ'ল 'অনুবাদ সাহিত্য ৰচনা আৰু প্ৰকাশ'। এই আঁচনিৰ ভিতৰত হিন্দী সাহিত্যৰ উৎকৃষ্ট চুটিগল্প আৰু উপন্যাস অসমীয়ালৈ আৰু সেইদৰে অসমীয়া সাহিত্যৰ চুটিগল্প আৰু উপন্যাস হিন্দীলৈ অনুবাদ কৰিবলৈ লোৱা হয়। এই শিতানৰ প্ৰথম প্ৰকাশ **একাদশী** ৰাইজৰ হাতত দিব পৰা হ'ল। হিন্দী সাহিত্যৰ উৎকৃষ্ট ২০।২৫ টা চুটি গল্প শ্ৰীচিত্ৰ মহন্ত আৰু শ্ৰীতৰুণ আজাদ ডেকাই অনুৰোধ ক্ৰমে অতি কম সময়ৰ ভিতৰতে অশেষ কষ্ট স্বীকাৰ কৰি অসমীয়ালৈ অনুবাদ কৰে। কিন্তু তাৰ ভিতৰত ১১ টা গল্পইহে একাদশীত স্থান পালে। সময় আৰু অৰ্থৰ অভাৱত বাকী কেইটা আমাৰ কাৰ্য্যকালৰ ভিতৰত প্ৰকাশ কৰিব পৰা নহ'ল। 'নদীকে দ্বীপ' উপন্যাসৰ অসমীয়া ভাঙনিও শ্ৰীপৰেশ শৰ্মাৰ পৰা ফেব্ৰুৱাৰী মাহৰ প্ৰথম সপ্তাহত পালোঁ, কিন্তু সময়ৰ অভাৱত ছপা কৰিব পৰা নহ'ল। অসমীয়া 'মৃত্যুঞ্জয়' উপন্যাস আৰু কেইটামান উৎকৃষ্ট চুটি গল্প হিন্দীলৈ অনুবাদ কৰা কামো আগবাঢ়িছিল। আমি আশা ৰাখিছোঁ, বাকী থকা এই আধৰুৱা কামবোৰ পৰবৰ্ত্তী কাৰ্য্য নিৰ্বাহকে সমাধা কৰিব। এই ছেগতে যি সকলে এই কামবোৰ কৰি সহায় কৰিলে সেই সকলৈ আমি আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। শ্ৰদ্ধেয় শ্ৰীছগনলাল জৈন আৰু এই উপ-সমিতিৰ সদস্য সকলে অশেষ কষ্ট স্বীকাৰ কৰি

অনুবাদ সাহিত্যৰ বিশদ আঁচনি প্ৰস্তুত কৰিছে। শ্ৰীজৈন ডাঙৰীয়াই প্ৰকাশিত 'একাদশী'ৰ সম্পাদনা কৰিছে আৰু এখনি সুচিন্তিত পাতনি লিখি দি সহায় কৰিছে। শ্ৰীজৈন ডাঙৰীয়া আৰু বাকী সদস্য সকললৈকেও আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। অন্যান্য যিসকলে আমাৰ অনুৰোধক্ৰমে এই শিতানৰ কাম কৰিছিল, সেই সকললৈকেও আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

বৰপেটা ৰোড চেম্বাৰ অব্ কমাৰ্চৰ সভাপতি শ্ৰদ্ধেয় শ্ৰীহনুমান প্ৰসাদ আগৰৱালা দেৱক এই কিতাপখনৰ প্ৰকাশৰ যাৱতীয় খৰচ তেখেত সকলৰ অনুষ্ঠানৰ পৰা বহন কৰিবলৈ অনুৰোধ কৰাত তেখেতে তাৰ সদস্যসকলৰ সন্মতি ক্ৰমে 'একাদশী'ৰ সম্পূৰ্ণ ছপা-খৰচ ৩৫০০ টকা বৰপেটাৰোড চেম্বাৰ অব্ কমাৰ্চৰ তৰফৰ পৰা এই কিতাপৰ মুদ্ৰক 'পূৰ্বজ্যোতি প্ৰেছ'ক দিবলৈ গাত লয়। তেখেত সকলৰ এই দানে অসমীয়া ভাষা সাহিত্যৰ উন্নতি সাধন কাৰ্য্যত সহায় কৰিলে আৰু ইয়ে অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ প্ৰতি তেখেত সকলৰ শ্ৰদ্ধা আৰু ইয়াৰ লগত মিলি জুলি এক হৈ থকাৰ একান্ত ইচ্ছা প্ৰকাশ কৰিছে। তেখেতসকলৰ এই দানৰ কথা অসম সাহিত্য সভাৰ বুৰঞ্জীত যাউতিযুগীয়া হৈ থাকিব আৰু আইনকো এনে কামৰ বাবে দান-বৰঙণি আগবঢ়াবলৈ উৎসাহিত কৰিব। শ্ৰীআগৰৱালা দেৱৰ জৰিয়তে তেখেতসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

অতি কম সময়ৰ ভিতৰতে গুৱাহাটীৰ পূৰ্বজ্যোতি প্ৰেছে আমাৰ অনুৰোধ ক্ৰমে কিতাপখন ছপাই দিবলৈ গাতি লৈ সময় মতে তাৰ কাম শেষ কৰি দিয়া বাবে ইয়াৰ কৰ্মকৰ্ত্তা আৰু কৰ্মী সকলকো ধন্যবাদ জ্ঞাপন কৰিলোঁ। ইতি—

**শ্ৰীগিৰিধৰ শৰ্ম্মা**
সভাপতি
অসম সাহিত্য সভা
৫।২।৭৪ ইং

গুৱাহাটী
২২ মাঘ ১৮৯৫ শক




# দাতাৰ দু-আষাৰ

অসম সাহিত্য সভাই নিজৰ সাহিত্য-অনুবাদ আঁচনিৰ অন্তৰ্গত কেইটিমান উৎকৃষ্ট হিন্দী চুটি গল্পৰ অসমীয়া ভাঙনি কৰি "গল্প সংগ্ৰহ" এটি প্ৰকাশ কৰিবলৈ যো-জা কৰিছে বুলি জানি বৰ আনন্দ পালোঁ। সাহিত্য আৰু সংস্কৃতিৰ এনে ধৰণৰ আদান-প্ৰদানৰ মাধ্যমেৰে অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰ, চিন্তাধাৰা আৰু প্ৰকাশ-ভঙ্গী বহল হোৱাৰ লগে লগে এনে প্ৰয়াসে আমাৰ দেশত থকা বিভিন্ন ভাষাগোষ্ঠী আৰু জাতি-উপজাতিৰ লোকৰ মাজত সংহতিৰ ভাব গঢ়ি তোলাত সহায় কৰিব, তাত কোনো সন্দেহ নাই।

আমাৰ বন্ধু অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত গিৰিধৰ শৰ্ম্মা দেৱ আৰু শ্ৰীছগনলাল জৈন ডাঙৰীয়াৰ অনুৰোধ ক্ৰমে আমি বৰপেটা ৰোড চেম্বাৰ অব্ কমাৰ্চৰ তৰফৰ পৰা এইখন 'গল্প সংগ্ৰহ'ৰ ছপা খৰচ বহন কৰিবলৈ গাত ললোঁ। আমাৰ বিশ্বাস অসমত থকা এনে ধৰণৰ অন্যান্য অনুষ্ঠানেও কিছু দান বৰঙনি আগবঢ়াই যদি ভাল-ভাল কিতাপৰ অনুবাদ প্ৰকাশ কৰা কামত সহায় কৰে তেনেহলে অসমীয়া সাহিত্যৰ উন্নতি সাধন হ'ব আৰু ইয়াৰ দ্বাৰা অসমীয়া ৰাইজো উপকৃত হব। এনে ধৰণৰ সেৱা আৰু সাদিচ্ছামূলক কামৰ দ্বাৰাহে পৰস্পৰৰ মাজত প্ৰেম আৰু মিলাপ্ৰীতিৰ ভাব বৃদ্ধি হয়।

আমি আশা ৰাখিছোঁ, বন্ধুবৰ শ্ৰীছগনলাল জৈনৰ সম্পাদনাত প্ৰকাশিত এইখন গল্প সংগ্ৰহ এটা উৎকৃষ্ট কিতাপ হিচাপে পৰিগণিত হ'ব আৰু পঢ়ুৱৈ সমাজে ইয়াক সমুচিত সমাদৰ জনাব। ইতি—

**শ্ৰীহনুমান প্ৰসাদ আগৰৱালা**
সভাপতি, বৰপেটা ৰোড চেম্বাৰ অব্ কমাৰ্চ

বৰপেটা ৰোড,
তাং ২-২-৭৪ ইং

# পাতনি

"গল্প"ৰ ইতিহাস হিন্দীৰেই হওক বা অসমীয়াৰে—অতি প্ৰাচীন। আমাৰ পুৰণি সাহিত্যৰ আখ্যান, নীতি কথা, সাধুকথা, জাতককথা আদি সকলো প্ৰকাৰৰ 'গল্প সাহিত্য' এই শ্ৰেণীত পৰে। অৱশ্যে সাহিত্যৰ যি বিধাক বৰ্ত্তমানে অসমীয়াত আমি 'চুটি গল্প' বুলি কওঁ আৰু হিন্দীত যাক 'কহানী' ( কাহিনী ) বুলি কোৱা হয়, তাৰ উৎপত্তি মাত্ৰ সিদিনা এই বিংশ শতাব্দীৰ আৰম্ভণিতে হৈছিল ; আৰু সেয়াও ইউৰোপীয় বা ইংৰাজী চুটি গল্পৰ প্ৰভাৱত !

হিন্দীত এনে প্ৰথম আধুনিক মৌলিক গল্প "সৰস্বতী" নামে এখন পত্ৰিকাত ১৯০০ চনৰ জানুৱাৰী মাহত প্ৰকাশ পায়। গল্পটোৰ নাম আছিল 'ইন্দুমতী' আৰু লিখক জনৰ নাম কিশোৰীলাল গোস্বামী। ইয়াৰ দহ বছৰ মানৰ ভিতৰতে কেবা গৰাকীও কৃতী হিন্দী সাহিত্যিকৰ আবিৰ্ভাৱ হয় ; তেখেত সকলে গল্পৰ ক্ষেত্ৰতো যথেষ্ঠ অবিহণা যোগায়। এই গল্পকাৰ সকলৰ ভিতৰত জয়শঙ্কৰ প্ৰসাদ, বিশ্বম্ভৰ নাথ শৰ্ম্মা, চতুৰসেন শাস্ত্ৰী, চন্দ্ৰধৰ শৰ্ম্মা 'গুলেৰী' আদিৰ নাম উল্লেখযোগ্য। গুলেৰীৰ 'উস্‌নে কহা থা' গল্পটো আজিকোপতি হিন্দীৰ শ্ৰেষ্ঠতম গল্প হিচাপে পৰিগণিত হৈ আহিছে।

হিন্দী গল্পৰ পূৰ্ণ বিকশিত ৰূপ দেখিবলৈ পোৱা যায় ১৯১৬ চনত 'সৰস্বতী'ত প্ৰকাশিত প্ৰেমচাঁদৰ প্ৰথম গল্প 'পঞ্চ পৰমেশ্বৰ'ত। হিন্দী গল্প সাহিত্যত প্ৰেমচাঁদৰ প্ৰৱেশে এক নতুন যুগৰ সূচনা কৰে। তেখেতে ইয়াৰ পূৰ্ব্বে উৰ্দ্দু সাহিত্যত শ্ৰেষ্ঠ গল্পকাৰ হিচাপে সুখ্যাতি অৰ্জ্জন কৰিব পাৰিছিল। প্ৰেমচাঁদৰ গল্প লিখা নতুন শৈলী আৰু

ঠাঁচে বহু নতুন-নতুন লিখকক প্ৰেৰণা যোগালে, পথ দেখুৱালে আৰু উৎসাহ দিলে। হিন্দী সাহিত্যত প্ৰেমচাঁদক 'উপন্যাস-সম্ৰাট' বুলি কোৱা হয়; দৰাচলতে গল্পৰ ক্ষেত্ৰতো তেখেতৰ স্থান প্ৰায় অনুৰূপেই। সেই সময়ত যি সকল নতুন গল্প লিখক ওলাইছিল, তেওঁলোকৰ ভিতৰত প্ৰমুখ হ'ল—জৈনেন্দ্ৰ কুমাৰ, ভগৱতী প্ৰসাদ বাজপেয়ী, ভগৱতী চৰণ বৰ্মা, বৃন্দাবন লাল বৰ্মা, উপেন্দ্ৰনাথ অস্ক, বেচন শৰ্মা উগ্ৰ, অজ্ঞেয় আদি।

ইয়াৰ পিছত ১৯২৭ চন মানৰ পৰা হিন্দী গল্পৰ ওপৰত ৰাছিয়ান সাহিত্য আৰু ভাব ধাৰাৰ প্ৰভাৱ পৰিবলৈ ধৰে। দৰাচলতে প্ৰগতিশীল বা প্ৰকৃত আধুনিক যুগৰ আৰম্ভণি হিন্দী সাহিত্যত তেতিয়াৰ পৰাই হয়। এই যুগৰ মূল সুৰ হৈছে—'বিদ্ৰোহ'। সূক্ষ্ম মনোবিশ্লেষণ, বাস্তৱ জীৱনৰ চিত্ৰণ, অৱহেলিতৰ প্ৰতি সহানুভূতি, অভিব্যক্তিৰ নতুন নতুন ধৰণ ইত্যাদিয়ে হৈছে এই যুগৰ গল্পকাৰৰ বিশেষত্ব। এই সময়ৰ গল্পলিখক সকলৰ ভিতৰত যশপাল, ৰাঙ্গেয় ৰাঘৱ, অমৃত ৰায়, বিষ্ণু প্ৰভাকৰ, ধৰ্ম্মবীৰ ভাৰতী আদিৰ নাম উল্লেখ কৰিব পাৰি।

দ্বিতীয় মহাযুদ্ধ বা ভাৰত স্বাধীনতাৰ পিছত হিন্দী চুটি গল্পই নিজৰ ৰূপ আৰু অলপ সলালে। তাত মানৱ মনৰ সূক্ষ্ম আৰু তীক্ষ্ণ বিশ্লেষণৰ উপৰিও জীৱনৰ কুণ্ঠা, নিৰাশা, কটুতা আদিৰ যথাৰ্থ চিত্ৰ পোৱা যায়। হিন্দীত এই অত্যাধুনিক গল্পক 'নতুন গল্প' (নঈ কহানী) বা সাময়িক গল্পৰ আখ্যা দিয়া হৈছে। এই নতুন গল্প লিখক সকলে দ্বিধাহীন ভাবে জীৱনৰ বিভিন্ন ক্ষেত্ৰৰ পৰা গল্পৰ আহিলা গ্ৰহণ কৰিছে, স্ত্ৰী-পুৰুষৰ প্ৰেম আৰু যৌন সম্বন্ধৰ বিষয়ে মুকলিভাবে চৰ্চ্চা কৰিছে, নিম্ন বা মধ্যম শ্ৰেণীৰ জীৰ্ণ জীৱনৰ বাস্তৱ ৰূপ ডাঙি ধৰিছে। অৰ্থাৎ তেওঁলোকে বৈষম্যপূৰ্ণ এই আধুনিক জীৱনৰ নগ্নতম ৰূপ চিত্ৰণ কৰি 'যুগ-সত্য'ক লিপিবদ্ধ কৰাৰ চেষ্টা কৰিছে। নতুন গল্পকাৰৰ লিখা ধৰণো বেলেগ। তেওঁ



কথা বস্তু, চৰিত্ৰ-চিত্ৰণ, পৰিবেশ সৃষ্টি আদি গতানুগতিক তত্ত্ববোৰক বৰ মহত্ত্ব নিদিয়ে; তেওঁ জীৱনৰ বাস্তৱ ৰূপক নিজৰ ধৰণে প্ৰস্তুত কৰিবলৈ যত্নশীল।

আজি আমি স্বীকাৰ কৰিব লাগিব যে আমাৰ চিন্তাধাৰাৰ দৰে আমাৰ চুটি গল্পও ৰাষ্ট্ৰীয় পৰিসীমাৰ বেষ্টনীৰ মাজত আবদ্ধ হৈ থকা নাই—থাকিব নোৱাৰেও। ই এটা বিশ্বজনীন আৰু সাৰ্বভৌম বস্তু হৈ পৰিছে। কিয়নো সাহিত্যৰ অন্যান্য বিধাবোৰতকৈ গল্পৰেই অনুবাদ আটাইতকৈ বেচি হৈছে। সকলো দেশ আৰু ভাষাৰ উৎকৃষ্ট গল্পৰ অনুবাদ জগতৰ বিভিন্ন ভাষাত ততালিকে হৈ যায়। সেই কাৰণে কব পাৰি যে এটা ভাষা বা দেশৰ গল্প-সাহিত্যৰ প্ৰভাৱ আন এটা ভাষা বা দেশৰ গল্প-সাহিত্যৰ ওপৰত নপৰাকৈ থাকিব নোৱাৰে।

অসম সাহিত্য সভাই বিভিন্ন দেশ আৰু ভাষাৰ মাজত সাহিত্যিক তথা সাংস্কৃতিক সমন্বয় আৰু ভাব বিনিময়ৰ উদ্দেশ্য সমুখত ৰাখি এই অনুবাদ সাহিত্য প্ৰকাশ কৰাৰ আঁচনি হাতত লৈছে। এই আঁচনি অনুযাই ইতি পূৰ্ব্বে কেইখনমান উৎকৃষ্ট অনুবাদ গ্ৰন্থ প্ৰকাশ কৰা হৈছে আৰু আমি আশা ৰাখিছোঁ যে ভৱিষ্যতলৈও এই কাম চলি থাকিব!

এই 'একাদশী' নামে গল্প সংগ্ৰহটিত এঘাৰটা উৎকৃষ্ট হিন্দী গল্পৰ অসমীয়া অনুবাদে ঠাই পাইছে। গল্পবোৰ প্ৰত্যেকজন লিখকৰে শ্ৰেষ্ঠতম গল্প হয় নে নহয় কোৱা টান; কিন্তু এইবোৰ যে তেওঁলোকৰ বহু চৰ্চ্চিত, প্ৰখ্যাত, উৎকৃষ্ট গল্প, তাত কোনো সন্দেহ নাই। ইয়াত সংগ্ৰহ কৰা প্ৰত্যেক গল্পৰে ভাব, ভাষা, আৰু শৈলী বা প্ৰকাশ-ভঙ্গীৰ নিজা বৈশিষ্ট্য আছে। হিন্দী গল্প সাহিত্যৰ প্ৰগতি আৰু বিকাশৰ প্ৰতিনিধিত্ব কৰা প্ৰত্যেক যুগৰ প্ৰমুখ-প্ৰমুখ গল্পকাৰ সকলৰ ইয়াত একোটিকৈ গল্প দিয়াৰ চেষ্টা কৰা হৈছে। অৱশ্যে 'নতুন গল্পকাৰৰ সংখ্যা তুলনামুলক ভাবে কিছু সৰহ হৈছে। আমি জনাত

পুৰণি লিখক সকলৰ বহু গল্পই ইতি পূৰ্ব্বে অসমীয়া ভাষাত অনূদিত হৈ গৈছে ; সেয়েহে এই সংগ্ৰহটিত 'নতুন-গল্প'ক কিছু বিশেষ স্থান দিয়া হৈছে।

ইয়াত আমি প্ৰেমচাঁদৰ 'মন্ত্ৰ', জৈনেন্দ্ৰকুমাৰৰ 'পত্নী', যশপালৰ 'কুত্তে কী পূঁছ', বিষ্ণু প্ৰভাকৰৰ 'ঠেকা', মোহন ৰাকেশৰ 'পৰমাত্মা কা কুত্তা', ৰাজেন্দ্ৰ যাদৱৰ 'মেহমান', মাৰ্কণ্ডেয়ৰ 'মহুৱা কা পেড', ধৰ্ম্মবীৰ ভাৰতীৰ 'হিন্দু ঔৰ মুছলমান', শৈলেশ মাটিয়ানীৰ 'তথ্য আৰু সত্য', কমলেশ্বৰৰ 'জো লিখা নহী জাতা,' আৰু ফণীশ্বৰ ৰেণুৰ "ঠেস্" গল্পৰ অনুবাদ প্ৰকাশ কৰিছোঁ। কিতাপখনৰ কলেৱৰ বঢ়াৰ আৰু পঢ়ুৱৈ সমাজৰ উৎসুকতা কমাৰ ভয়ত আমি ইয়াত গল্প কেইটাৰ আলোচনা-সমালোচনা নকৰাকৈয়ে সুধীবৃন্দক পোনপটীয়া ভাবে ইয়াৰ আনন্দ উপভোগ কৰিবলৈ আমন্ত্ৰণ জনালোঁ।

পাতনি শেষ কৰাৰ আগতে আমি এই সংগ্ৰহত আহৰণ কৰা গল্পকেইটাৰ লিখক সকলৰ প্ৰতি আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

এই সংগ্ৰহত সন্নিবিষ্ট কৰা এঘাৰটা গল্পৰ প্ৰথম দহটাৰ অনুবাদ কৰিছে শ্ৰীচিত্ৰ মহন্ত ডাঙৰীয়াই আৰু শেষৰ 'আঘাত' নামে গল্পটোৰ ভাঙনি কৰিছে শ্ৰীতৰুণ আজাদ ডেকা দেৱে। আমি এই অনুবাদক দুয়োলৈও আমাৰ শলাগ আগ বঢ়ালোঁ।

এখেত সকলে অনুবাদ কৰা বহুকেইটা গল্প আমি এই সংগ্ৰহটিত প্ৰকাশ কৰিব নোৱাৰিলোঁ। অৱশ্যে অসমীয়া পঢ়ুৱৈ সমাজৰ পৰা উৎসাহ উদগনি পালে ভৱিষ্যতলৈ এই আধৰুৱা কাম পূৰ্ণ কৰাৰ আশা ৰাখিছোঁ। ইতি—

গুৱাহাটী
১ফেব্ৰুৱাৰী, ১৯৭৪ চন

শ্ৰীছগনলাল জৈন
আহবায়ক,
অনুবাদ সাহিত্য ৰচনা আৰু প্ৰকাশ উপসমিতি,
অসম সাহিত্য সভা

# সূচী পত্ৰ





# মন্ত্ৰ

—প্ৰেমচাঁদ

সময় আবেলি। ডাক্তৰ চড্‌ঢা গাল্‌ফ খেলিবলৈ যাবলৈ সাজু হৈ ওলাইছে। মটৰ পদূলিতে আহি ৰৈ আছে। এনেতে কান্ধত দোলা লৈ দুজন মানুহ এই পিনে অহা দেখা গ'ল। দোলাৰ পিছে পিছে অইন এজন বুঢ়া মানুহ লাখুটিত ভৰ দি আহি আছিল। ঔষধালয়ৰ সন্মুখত দোলাখন ৰৈ গ'ল। বুঢ়াই ভয়ে ভয়ে বাঁহৰ কাঠীৰ পৰ্দাখনৰ জলঙাৰে ভিতৰৰ পিনে জুমি চালে গৈ। এনে চাফ-চিকুন ঠাইত ভৰি পেলাবলৈও তাৰ ভয় হৈছিল—জানোচা কোনোবাই আহি তাক ধমক্ দিয়ে। মেজৰ সন্মুখত ডাক্তৰক থিয় হৈ থকা দেখিও কোনো কথা কোৱাৰ সাহস তাৰ নহ'ল।

ভিতৰৰ পৰাই ডাক্তৰে গৰজি উঠিল—"কোন? কি লাগে?"

বুঢ়াই হাতজোৰ কৰি ক'লে—দৌতা, বৰ দুখীয়া মানুহ। মোৰ ল'ৰা কেইবাদিনৰে পৰা............

ডাক্তৰ চাহাবে মুখত এটা প্ৰকাণ্ড চিগাৰ জ্বলাই লৈ ক'লে—"কাইলৈ পুৱা আহিবা—কাইলৈ পুৱা। এই সময়ত মই বেমাৰী নাচাওঁ।"

বুঢ়াই নতজানু হৈ মূৰটো মাটিত থৈ ক'লে—"মোক ৰক্ষা কৰক দৌতা, ল'ৰা মৰি যাব। চাৰি দিন হ'ল দৌতা, চকু সমূলি মেলাই ... ......"

ডাক্তৰে এবাৰ নিজৰ হাতৰ পিনে চালে—কেৱল দহ মিনিট সময়হে বাকী আছে। গাল্‌ফ ষ্টিক ডাল খুঁটিৰ পৰা হাতত উঠাই

লৈ আকৌ ক'লে—"কাইলৈ পুৱা আহিবা—এয়া মোৰ খেলাৰ সময় ।"

বুঢ়াই মূৰৰ পাগুৰী খুলি একাষৰায়াকৈ থৈ কান্দি কান্দি ক'লে—"দৌতা, অকণমান চাই দিয়ক ! কেৱল এখন্তেক দৌতা ! ল'ৰা হাতৰ পৰা গুচি যাব দৌতা ! সাতোটা সন্তানৰ ভিতৰত এই এটাই মাত্ৰ সন্তান বাচিল । আমি দুজন প্ৰাণী কান্দি কান্দি মৰি যাম দৌতা ! আপোনাৰ ধন-ধান বৃদ্ধি হওক দৌতা—এখন্তেক মাত্ৰ চকু মেলি চাওক, দীনবন্ধু !"

এই ধৰণৰ জধা মূৰ্খ গাঁৱলীয়া লোকবোৰ দিনৌ প্ৰায় আহিয়ে থাকে । ডাক্তৰ চাহেবে ইহঁতৰ স্বভাৱ খুব ভালকৈ জানে । যেয়ে যিমানেই যি নকওক বা নকৰক কিয়—ইহঁতে কিন্তু নিজৰ কথাকে কৈ থাকিব । আন কাৰো একো নুশুনে । বাঁহৰ পৰ্দাখন উঠাই ডাক্তৰ বাহিৰলৈ ওলাই আহে আৰু পোন চাটেই মটৰৰ ওচৰ পাইগৈ । "দৌতা ধৰম হ'ব, দয়া কৰক দৌতা, আপুনি দীনবন্ধু দৌতা—মোৰ সংসাৰত আৰু কোনো নাই দৌতা"—বুলি কৈ কৈ বুঢ়া ডাক্তৰৰ পিচে পিচে লৰি যায় ।

কিন্তু ডাক্তৰ ডাঙৰীয়াই হ'লে তাৰ পিনে এবাৰ মুখ ঘূৰায়ো নাচালে । মটৰত বহি লৈ ক'লে—"কাইলৈ পুৱা আহিবা ।"

মটৰ গুচি গ'ল । মূৰ্ত্তিৰ দৰে বুঢ়া নিশ্চল ভাবে থিয় হৈয়ে থাকিল । সংসাৰত এনে মানুহো আছে যি নিজৰ আমোদ-প্ৰমোদৰ সন্মুখত আনৰ জীৱন-মৰণৰ কথা কণমানো চিন্তা কৰাৰ আৱশ্যকতা অনুভৱ নকৰে । বুঢ়াই এনে কথা সম্ভৱতঃ এতিয়ালৈ বিশ্বাস কৰাই নাছিল । সভ্য সংসাৰখন যে ইমান নিৰ্ম্মম, ইমান নিষ্ঠুৰ এনে মৰ্মভেদী অনুভৱ তাৰ এতিয়ালৈ হোৱা নাছিল । সি সেইসকল পুৰণি মানুহৰে এজন যিয়ে কাৰবাৰ ঘৰত জুই লাগিলে তাক নুমাবলৈ, মানুহ মৰিলে কান্ধ পাতিবলৈ, কাৰো ঘৰৰ চাল উঠাব লগীয়া হ'লে তাত সহায় দিবলৈ, কাৰো কাজিয়া লাগিলে তাক ভাঙি দিবলৈ সদা-সৰ্বদা সাজু থাকিছিল । মটৰখন চকুৰ আঁৰ নোহোৱালৈক সেইপিনে সি চায়েই



থাকিল । সম্ভৱতঃ সি এতিয়াও ডাক্তৰ চাহেব উভতি আহিব বুলি এটা সৰু আশা পুহিছিল । তাৰ পিছত দোলা ধৰাহঁতক দোলা উঠাবলৈ ক'লে । যিপিনৰপৰা দোলা আহিছিল, সেইপিনেই আকৌ উভতি গ'ল । চাৰিও পিনৰ পৰা নিৰাশ হৈ ডাক্তৰ চড্‌ঢাৰ ওচৰ চাপিছিলহি । এওঁৰ বৰ প্ৰশংসা সি শুনিছিল । ইয়াত নিৰাশ হৈ সি আৰু অন্য কোনো ডাক্তৰৰ ওচৰ নাচাপিল । ভাগ্যক দুষিলে ।

সিদিনা ৰাতিয়ে নাচি বাগি উমলি-জামলি ফুৰা সেই ফুল-কুমলীয়া সাত বছৰীয়া ল'ৰাটিয়ে তাৰ জীৱন লীলা সমাপ্ত কৰি এই সংসাৰৰ পৰা গুছি গ'ল । বুঢ়া মাক-বাপেক হালৰ সিয়ে আছিল একমাত্ৰ আশাৰ বন্তি । তাৰ মুখ চায়ে সিহঁত দুটা প্ৰাণী জী আছিল । এই বন্তি গছি নুমুৱাৰ লগে লগেই জীৱনৰ অন্ধকাৰ ৰাতিটো খাওঁ খাওঁ মূৰ্ত্তি ধৰি আগবাঢ়ি আহিল । বৃদ্ধত্বৰ বিশাল মমতাই ভগ্ন হৃদয়ৰ পৰা নিজৰি নিজৰি সেই অন্ধকাৰৰ মাজত আৰ্ত্ত-স্বৰেৰে কান্দিবলৈ ধৰিলে ।

ইয়াৰ পিছত কেইবাটাও বছৰ পাৰ হৈ গ'ল । ইতিমধ্যে ডাক্তৰ চড্‌ঢাই আৰু যশস্যা আৰু খ্যাতি লাভ কৰিলে । লগে লগে তেওঁ নিজৰ স্বাস্থ্য ৰক্ষাৰ দিশটোৰ প্ৰতিও আওকাণ নকৰিলে । এয়া তেওঁৰ নিয়মিত জীৱনৰ এক আশীৰ্বাদ আছিল যে এই পঞ্চাশ বছৰ বয়সতো যুৱকোচিত আনন্দ আৰু ফুৰ্ত্তি তেওঁৰ বিদ্যমান আছিল । এই নিয়মৰ পৰা তেওঁ চুলি ডাল মানো ইফাল-সিফাল নহৈছিল । তেওঁৰ প্ৰতিটো কামৰে সময় বন্ধা আছিল । সাধাৰণতে মানুহে স্বাস্থ্য ৰক্ষাৰ নিয়ম তেতিয়াহে পালন কৰে যেতিয়া তেওঁ কোনো বেমাৰ আদিত পৰে । তেওঁৰ সন্তানৰ সংখ্যাৰ নিয়মো এই ধৰণেৰে বন্ধা আছিল । তেওঁৰ কেৱল দুটিয়ে সন্তান—এটি ল'ৰা, আনটি ছোৱালী । তৃতীয় সন্তান নহ'ল—এই কাৰণে শ্ৰীমতী চড্‌ঢা এতিয়াও গাভৰু যেন হৈয়ে আছে । ছোৱালী জনীক বিয়া দিয়া হৈছিল । ল'ৰা কলেজত পঢ়ি আছে । সিয়েই পিতৃ-মাতৃৰ জীৱন-আধাৰ আছিল । শান্ত-শিষ্ট আৰু বিনয়ৰ প্ৰতিমূৰ্ত্তি, অতি উদাৰ পুত্ৰক লৈ মাক-দেউতাক গৌৰ-

বাম্বিত আছিল। তাৰোপৰি আছিল এওঁ বিদ্যালয়ৰ গৌৰৱ, যুৱ-সমাজৰ শোভা। মুখ তেজে ফুটো ফুটো কৰা। আজি এওঁৰে কুৰি বছৰীয়া জন্ম দিৱস।

সন্ধ্যা লাগিছিল। সেউজীয়া ঘাহনিৰ ওপৰত শাৰী শাৰীকৈ চকী পৰা আছিল। চহৰৰ বৰ বৰ ধনী-মানী হাকিম-মুন্‌চিপ সকল এপিনে আৰু কলেজৰ ছাত্ৰ সকলে আন পিনে শাৰী পাতি বহি খোৱা-বোৱাত ব্যস্ত আছিল। বিজুলী চাকিৰ পোহৰে গোটেই আকাশখন চিক্‌মিকাই তুলিছিল। আমোদ-প্ৰমোদৰ সকলোবোৰ ব্যৱস্থাকে সাজু কৰা হৈছিল। এখন সৰু খুহুটীয়া নাটক অভিনয় কৰাৰো ব্যৱস্থা আছিল। নাটিকাখনি স্বয়ং কৈলাশ নাথেই লিখিছিল। সি নাটকৰ প্ৰধান পাত্ৰও আছিল। পাটৰ কামিজ পিন্ধি সুদা মূৰ আৰু সুদা ভৰিৰে সি এতিয়া বন্ধুহঁতৰ আদৰ অভ্যৰ্থনাত ব্যস্ত আছিল। কোনোৱে মাতিছিল—"কৈলাশ, অক'মান ইপিনে আহিবা চোন! অন্য পিনৰ পৰা কৈছিল—"বাঃ ভাই, ইপিনে নাহিবাই নেকি হে?" এইদৰে আটায়ে তাক আমনি দিছিল। কোনো কোনোৱেতো হাঁহি ধেমালি আৰু ফুৰ্ত্তিতে নিজকে পাহৰিয়ে আছিল। বেচেৰাৰ উশাহ ল'বৰে সময় নাছিল।

হঠাতে এজনী গাভৰু তাৰ ওচৰলৈ আহি ক'লে—"হেৰা কৈলাশ, তোমাৰ সাঁপ ক'ত হে?" মোক অলপ দেখুৱানা?"

কৈলাশে হাত জোকাৰি জোকাৰি ক'লে—"মৃণালিনী আজি মাফ কৰিবা, কাইলৈ দেখুৱাই দিম।"

মৃণালিনীয়ে ক'লে—"নহয়, আজিয়ে দেখুৱাব লাগিব। মই আজি নেৰিছোঁ—তুমি সদায়ে কালি কালি বুলি কৈয়ে থাকা।"

মৃণালিনী আৰু কৈলাশ দুয়ো সহপাঠী। দুয়োৰে মাজত ইতি-মধ্যে প্ৰেমো পকি উঠিছে। কৈলাশৰ সাঁপ পোহা, সাঁপৰ লগত খেলা কৰা আৰু সাঁপ নচুৱাৰ বৰ চখ। সি বিধে বিধে সাঁপ পুহিছে। সিহঁতৰ স্বভাৱ-চৰিত্ৰৰ পৰীক্ষাও কৰি আছে। কিছুদিন আগতে সি কলেজত সাঁপৰ ওপৰত এটা বৰ উচ্চ স্তৰৰ বক্তৃতাও



দিছিল। সাঁপ নচুৱায়ো দেখুৱাইছিল। প্ৰাণী-শাস্ত্ৰৰ বৰ বৰ পণ্ডিত সকলো এই বক্তৃতা শুনি আচৰিত হৈ গৈছিল। এই বিদ্যা কৈলাশে এজন সাঁপ বাজাকৰৰ পৰা শিকিছিল। অনেক বনৌষধিও আনি জমা কৰি ৰাখিছিল। যদি কেনেবাকৈ জানিলে যে কোনো মানুহৰ ঘৰত এই বনৌষধিৰ শিপা বা গছ আছে তেন্তে তাক হস্তগত কৰিবলৈ নোপোৱালৈ সি ক্ষান্ত নাথাকিছিল। এইটো তাৰ অভ্যাস আছিল। এই কামত সি হেজাৰ হেজাৰ টকা পানী কৰিছে। মৃণালিনী ইয়াৰ আগতেও কিমানবাৰ আহিছে, কিন্তু সাঁপ চাবলৈ তাই আগতে কেতিয়াও আজিৰ দৰে এনে উৎসুক হোৱা নাছিল; ক'ব নোৱাৰো তাই আজি সচাকৈয়ে সাঁপ চাবলৈ উৎসুক হৈছিল নে কৈলাশৰ ওপৰত থকা তাইৰ প্ৰভুত্ব প্ৰতিপন্ন কৰি দেখুৱাবলৈ এনে কৰিছিল। কিন্তু হ'লেও আজিৰ তাইৰ এই আগ্ৰহটো অসময়ত জন্মিছিল। সাঁপ উলিওৱাৰ লগে লগে কোঠাটোত মানুহৰ কিমান যে ভিৰ হ'ব, ভিৰ দেখি সাঁপ চকি উঠিব, আৰু এই বাতিখন সাঁপক জোকোৱাটোও যে কিমান বেয়া কথা হ'ব—এইবোৰ তাই অকণমানো চিন্তা কৰা নাই।

কৈলাশে ক'লে—"নহয়, মই কথা দিছো। কালি মই নিশ্চয় দেখুৱাম। এতিয়া উলিয়ালে ভালদৰে দেখুওৱাটোও সম্ভৱ নহ'ব। কোঠালীত চুলি এডাল মানৰ ঠায়ো পোৱা নাযাব।"

এজন ভদ্ৰলোকে ঠাট্টা কৰি ক'লে—"কিয় দেখুৱাই নিদিয়ানো হে! অলপমান কথাৰ কাৰণেনো ইমান ফাকি ফুকাখন কিয় কৰিছা? মিচ গোবিন্দ, এওঁৰ কথাত সমূলি পতিয়ন নাযাব। চাওঁচোন এওঁ কেনেকৈ নেদেখুৱায়!"

অন্যজনে আৰু অলপ ওপৰত তুলি ক'লে—"মিচ গোবিন্দ, আপুনিও ইমান সবল, সেই কাৰণেহে এওঁ এনেখন মেজাজ দেখুৱাব পাৰিছে। অন্য ছোৱালী হোৱা হ'লে ইমান পৰে ভাল খং দেখুৱাই দিলেহেঁতেন।"

তৃতীয়জনে বেচ ঠাট্টা কৰি ক'লে—"হেৰি, কথা নক'ব!

এইটোও এটা কথা হ'লনে। এইটোও এটা দাবী হ'ব পাৰেনে যে মৃণালিনীৰ কাৰণে এওঁ নিজৰ জীৱনকে তুচ্ছ কৰক। বাঃ বাঃ।"

মৃণালিনীয়ে দেখিলে যে বন্ধুহঁতে তাইক একেবাৰে ওপৰলৈ তুলি দিছে। গতিকে তাই ক'লে—"তোমালোকে মোৰ হৈ ওকালতি কৰিব নালাগে—মই নিজে নিজৰ ওকালতি কৰিম। মই এনে সময়ত সাঁপৰ খেল চাব নোখোজো। ব'লাহঁক, হ'ল আৰু।"

কথা শুনি বন্ধুহঁতে ঠাট্টা আৰম্ভ কৰিলে। এজন ভদ্ৰলোকে ক'লে—"চাব আৰু কি ? দেখুৱালেহে চাব পাৰিব ?"

কৈলাশে মৃণালিনীৰ সেঁতা পৰা মুখখন দেখি বুজি পালে যে এই সময়ত সি 'নেদেখুৱাও" বুলি কোৱা কথাখিনি তাইৰ ভাল লগা নাই। প্ৰীতি ভোজ শেষ হোৱাৰ পিছতে সঙ্গীত আৰম্ভ হ'ল। কৈলাশে মৃণালিনী আৰু বন্ধুহঁতক সাঁপৰ গঁৰালটো লৈ লৈ গ'ল আৰু সাঁপৰ পেঁপা বজোৱা আৰম্ভ কৰি দিলে। তাৰ পিছত এটা এটাকৈ সাঁপৰ খোটালীবোৰ খুলি খুলি একো একোটা সাঁপ উলিয়াবলৈ ধৰিলে। বাঃ কি বাহাদুৰী! এনে লাগিছিল যেন সাঁপবোৰে কৈলাশৰ প্ৰতিটো কথা, তাৰ মনৰ প্ৰতিটো ভাব বুজিহে পায়। কোনোটোক সি ডাঙি ল'লে, কাকো হাতত মেৰাই ল'লে। মৃণালিনীয়ে বাৰে বাৰে হাক দিয়ে থাকিল—"ইহঁতক ডিঙিত মেৰাই নল'বা না। দূৰৰ পৰা দেখুৱাই দিয়া, অলপ নচুৱাই দিয়া।" কিন্তু শুনে ক'ত? কৈলাশে সাঁপবোৰৰ ডিঙিত মেৰাই লোৱা দৃশ্য দেখি মৃণালিনীৰ জীৱ উৰি যাওঁ, উৰি যাওঁ হ'ল। তাইৰ অনুতাপ হ'ল যে কিয় তাই মিছামিছি সাঁপ দেখুৱাবলৈ এনেকৈ জোৰ কৰিছিল। কৈলাশে মৃণালিনীৰ কাবৌ কোকালি এবাৰো নুশুনিলে। প্ৰেমিকাৰ সন্মুখত সৰ্প-কলা প্ৰদৰ্শন কৰাৰ এনে শুভক্ষণৰ সুবিধা সি কিয় হাতৰ পৰা এৰি দিব। এজন বন্ধুৱে ক'লে—"দাঁতবোৰ ভাঙি পেলোৱা হৈছে হ'বলা।"

কৈলাশে হাঁহিলে আৰু ক'লে—"দাঁত ভাঙে বাজীকৰেহে।



ইয়াৰ এটাৰো দাঁত ভঙা হোৱা নাই। চাব খোজে যদি দেখুৱাই দিওঁ! এই বুলি কৈ সি এটা ফেঁটী সাঁপ ধৰি আনিলে আৰু ক'লে—"মোৰ ইয়াত, ইয়াতকৈ ডাঙৰ আৰু বিষাক্ত সাঁপ দ্বিতীয়টো নাই। ই যদি কা'ৰবাক খোঁটে তেন্তে সি লগে লগে শেষ। লগে লগেই নাড়ী ডুবি যাব। ই খুটিলে মন্ত্ৰই কোনো কাম নিদিয়ে। দেখুৱাই দিওঁ নে ইয়াৰ দাঁত।"

মৃণালিনীয়ে তাৰ হাতত ধৰি ক'লে—"নালাগে নালাগে কৈলাশ, মোৰে শপত, ইয়াক এৰি দিয়া। তোমাৰ ভৰিত পৰিছো।"

"মই হ'লে বিশ্বাস কৰিবলৈ টান পাইছো—তথাপি সচাঁই যদি দাঁত আছে, দেখুৱালে চাব পাৰোঁ।"—অন্য এজন বন্ধুৱে ক'লে।

কৈলাশে সাঁপৰ ডিঙিত ধৰি ক'লে—"এৰা আপুনি চকুৰে চাইহে বিশ্বাস কৰাটো ঠিক হ'ব। দাঁত ভাঙিহে যদি মই ইহঁতক বশলৈ আনিলোঁ, তেন্তে সেইটোনো কি ডাঙৰ কাম কৰিলোঁ। সাঁপৰ বুজা শক্তি আছে; যদি তাৰ বিশ্বাস হৈ যায় যে এই মানুহজনৰ পৰা তাৰ কোনো ক্ষতি নহয়, তেন্তে সি কেতিয়াও অন্যায় নকৰে—সি কেতিয়াও নোখোটে।"

মৃণালিনীয়ে যেতিয়া দেখিলে যে কৈলাশক ভুতে পালে—তাই এই খেলখন বন্ধ কৰাৰ মানসেৰে ক'লে—"হৈছে হৈছে আৰু; এইবোৰ এৰা, এতিয়া গীত আৰম্ভ হৈয়ে গ'ল। ময়ো কিবা এটা শুনাম আজি।" এই বুলি কৈ তাই কৈলাশৰ কান্ধত ধৰি তাৰ পৰা ওলাই আহিবলৈ ইঙ্গিত কৰিলে। তাৰ পিছত তাই নিজে কোঠাৰ বাহিৰলৈ ওলাই আহিল। কৈলাশে কিন্তু তাৰ বিৰুদ্ধবাদী সকলৰ শংকা সমাধান কৰিহে এৰিব। সি সেই বিষাক্ত সাঁপটোৰ ডিঙিত চেপি ধৰিলে। ইমান জোৰেৰে চেপিলে যে তাৰ মুখ খন ৰঙা হৈ পৰিল। শৰীৰৰ প্ৰতিডাল শিৰা উপশিৰা টনটনীয়া হৈ পৰিল। সাঁপে কোনো দিনে তাৰ পৰা এনে ক্ৰূৰ ব্যৱহাৰ পোৱা নাছিল। সি বুজি পোৱা নাছিল যে আজি ই মোৰ পৰা কি বিচাৰে। তাৰ

ভ্ৰম হ'ল যে সম্ভৱতঃ ই মোক মাৰি পেলাব খুজিছে। গতিকে সি আত্ম ৰক্ষাৰ কাৰণে সাজু হ'ল।

কৈলাশে আৰু জোৰেৰে চেপিলে। তাৰ মুখ মেল খাই গ'ল। আৰু বিষাক্ত দাঁতবোৰে লকলকাবলৈ ধৰিলে। তাৰ বিষাক্ত দাঁতবোৰ দেখুৱাই দেখুৱাই ক'লে—"যি সকল মহোদয়ে বিশ্বাস কৰিব পৰা নাই—আহক ওচৰলৈ—চাই লওকহি। বিশ্বাস হ'ল নে এতিয়া? নে এতিয়াও কিবা সন্দেহ আছে? বন্ধুহঁত ওচৰলৈ আহি সাঁপৰ দাঁত চালে আৰু চাই আচৰিত হৈ পৰিল। প্ৰত্যক্ষ প্ৰমাণৰ সন্মুখত আৰু সন্দেহৰ কি কথা! বন্ধুহঁতৰ সন্দেহ দূৰ কৰাৰ পিচত কৈলাশে সাঁপৰ ডিঙিটো ঢিলাই দিলে আৰু তাক মাটিত থবলৈ বিচাহিছিলে, কিন্তু সেই ক'লা ফেঁটী সাঁপটোৱে খঙতে একোনাই হৈ আছিল। ডিঙি ঢিলা পায়েই সি মূৰ উঠাই কৈলাশৰ আঙুলিত জোৰেৰে খোট মাৰি দি পলাল। কৈলাশৰ আঙুলিৰ পৰা টপ টপকৈ তেজ পৰিবলৈ ধৰিলে। সি আঙুলিটো টানকৈ আঁটি ধৰিলে আৰু নিজৰ কোঠালীৰ পিনে দৌৰিলে। তাৰ কোঠালীৰ মেজৰ দেৰাজত এটা বনৌষধিৰ কিবা এডাল শিপা ৰখা আছিল। সেই ঔষধ বটি খুৱাই দিলে যি কোনো সাংঘাতিক সাঁপৰ বিষেই ক্ষন্তেকতে উৰি যাব। বন্ধুহঁতৰ মাজত হাঁহাকাৰ লাগিল। বাহিৰৰ উছৰ থলীলৈয়ো বাতৰি গল। ডাক্তৰ উধাতু খাই লৰি আহিল। তৎক্ষণাত আঙুলিৰ গাঁঠিত জোৰেৰে বান্ধি দিয়া হল আৰু সেই শিপাবোৰ বাটিবলৈ লগালে। ডাক্তৰৰ এইবোৰ বনৌষধিৰ প্ৰতি বৰ বিশ্বাস নাছিল। তেওঁ আঙুলিৰ খোটা অংশটো কাটি পেলাব খুজিছিল। কিন্তু কৈলাশৰ এই বনৌষধিৰ প্ৰতি সম্পূৰ্ণ বিশ্বাস আছিল। মৃণালিনীয়ে পিয়ানোত সুৰ দি আছিল। খবৰ শুনি তাই লৰি আহিল আৰু কৈলাশৰ আঙুলিৰ পৰা ওলোৱা তেজ ৰুমালেৰে মচি দিবলৈ ধৰিলে। ইপিনে ঔষধ বটা কাম চলি থাকিল,—কিন্তু সেই এমিনিটৰ ভিতৰতে কৈলাশৰ চকু মুদ খাই যাবলৈ ধৰিলে, ওঠ সেঁতা পৰি আহিল। শেহলৈ সি থিয় হৈ থাকিব নোৱাৰাও হৈ পৰিল। মজিয়াতে



বহি গল। আটাইবোৰ আলহী আহি একত্ৰ হ'ল। প্ৰত্যেক জনেই ইটো সিটো মন্তব্য দি থাকিল। এনেতে বটা ঔষধ আহি পালে। মৃণালিনীয়ে আঙুলিত লেপি দিলে। আৰু এমিনিট পাৰ হ'ল। এতিয়ামানে কৈলাশৰ চকু বন্ধ হৈ গৈছিল। সি শুই পৰিল আৰু বিছি দিবলৈ হাতেৰে ইঙ্গিত কৰিলে। মাকে লৰি গৈ পুত্ৰৰ মূৰ কোলাত তুলি ললে। মূৰৰ পিনে টেবিল ফেন লগাই দিয়া হ'ল।

ডাক্তৰে মূৰটো দোঁ খুৱাই ওচৰলৈ মুখখন নি সুধিলে—"কৈলাশ, কেনে পাইছা?" কৈলাশে লাহেকৈ এখন হাত উঠাই দিলে—মুখেৰে একো কব নোৱাৰিলে! মৃণালিনীয়ে করুণ স্বৰে ক'লে—"এইবোৰে একো কাম নিদিব নেকি?" ডাক্তৰে কপালে মূৰে হাত দি ক'লে—"কি কম, মই ইয়াৰ কথাকে বিশ্বাস কৰিলোঁ। এতিয়াতো কাটিলেও কোনো কাম নিদিব।"

আধা ঘণ্টা পৰ্য্যন্ত এই অৱস্থাই চলি থাকিল। কৈলাশৰ অৱস্থা প্ৰতিটো মুহূৰ্ত্তেই বেয়াৰ পিনে গতি কৰি থাকিল। শেষ পৰ্য্যন্ত তাৰ চকু থৰ হৈ গ'ল, হাত ভৰি চেঁচা পৰিল, মুখৰ কান্তি হেৰাল, নাড়ীৰ কম্পন নোহোৱাৰ দৰে হ'ল। মুঠতে মৃত্যুৰ সমস্ত লক্ষণ স্পষ্ট হৈ পৰিল। গোটেই ঘৰ খনতে কোঢ়াল লাগিল। মৃণালিনীয়ে ঘৰৰ এটা চুকত বহি কপালত চপৰিয়াই চপৰিয়াই কান্দি থাকে। মাকৰ হিয়া-ভগা কান্দোনত গছৰ পাত সৰে। ডাক্তৰ চড্ঢাক বন্ধুসকলে ধৰি থাকে, নহ'লে হয়তো নিজৰ হাতত থকা ডাক্তৰী ছুৰী খনেৰে নিজৰ ডিঙিকে বেপিলেহেঁতেন।

এজন ভদ্ৰলোকে ক'লে—"এতিয়াও এজন সাঁপ ওজা পোৱা হ'লে, হয়তো বাচি গ'লহেঁতেন।"

এজন মুছলমান ভদ্ৰলোকে কথাটো সমৰ্থন কৰিলে—"হেৰি কি কৈছে—কবৰৰ পৰা উলিওৱা লাচো জী উঠা দেখিছো। এনে ধৰণৰ বহুত আচৰিত আচৰিত ওজা আছে।"

ডাক্তৰ চড্ঢাই ক'লে—"মোৰ বুদ্ধি ভ্ৰষ্ট হৈছিল যে ইয়াৰ কথাকে বিশ্বাস কৰিলোঁ। মোৰ এই ছুৰীখন ব্যৱহাৰ কৰা হ'লে এনে

অৱস্থা কেতিয়াও নহ'লহেঁতেন। বাৰে বাৰে মই কৈছিলোঁ— "বোপাই, সাঁপ নুপুহিবা; কিন্তু শুনে কোনে? মাতক, মাতক কোনোবা ওজা-তোজাকে মাতি আনক। মোৰ সকলো লৈ যাওক— মোৰ সকলো সম্পত্তি তাৰ চৰণতে সমৰ্পণ কৰিম। গামোচা এখন পিন্ধি ঘৰৰ বাহিৰ হৈ যাম,—কিন্তু মোৰ কৈলাশ, মোৰ মৰমৰ কৈলাশ উঠি বহক। ঈশ্বৰৰ শপত, কাক পায় গৈ লৈ আহক।"

এজনে তেনে এজন ওজাক চিনি পাইছিল। তেওঁ লৰি গৈ সেইজনক লৈ আহিল। কিন্তু কৈলাশৰ অৱস্থা দেখি, মন্ত্ৰ জৰাৰ সাহস তেওঁৰ নহ'ল। ক'লে—"এতিয়া আৰু কি হ'ব ডাঙৰীয়া, যি হ'ব লগীয়া আছিল হৈ গ'ল।"

হেৰৌ মূৰ্খ, এইদৰে নকৰ কিয় যে যি হ'ব লগীয়া নাছিল সিয়ে হৈ গ'ল। যি হব লগীয়া আছিল সি কত হ'ল? মাক-বাপেক পুত্ৰৰ মূৰত বিয়াৰ মুকুটটো কত দেখিলে? মৃণালিনীৰ কামনা-লতা জানো পত্ৰে-পুষ্পে সুশোভিত হ'ল? জীৱনক আনন্দ ধাৰাৰে আপ্লুত কৰি ৰখা মনৰ সেই স্বৰ্ণিম সপোন জানো পূৰ্ণ হ'ল?

সিয়ে আছিল জীৱনৰ এক সেউজী পথাৰ। ৰূপালী জোনাকৰ নিঃশব্দ সঙ্গীতৰ দৰে প্ৰকৃতিৰ কোলাত যেন ব্যাপ্ত হৈ আছিল সি। সিয়ে আছিল এখন মিত্ৰ সমাজ স্বৰূপ—আছিল জীৱনৰ মনোৰঞ্জনৰ সামগ্ৰী—কিন্তু আজি সি হ'ল কৰুণ-ক্ৰন্দন আৰু অশ্ৰু প্ৰবাহ।

(৩)

চহৰৰ পৰা কেইবা মাইলো দূৰৈৰ এটা জুপুৰী। তাতে এহাল বুঢ়া-বুঢ়ী জুহালৰ কাষত বহি জাৱৰ বাতিটো কটাবৰ চেষ্টা কৰিছে। বুঢ়াই হোকা টানিছিল আৰু মাজে মাজে কুহৰ কুহৰ কৈ কাঁহিছিল; বুঢ়ীয়ে আঠু দুটাত মূৰ থৈ একেথৰে জুই কুৰাৰ পোনে চাই আছিল। ঘৰৰ চালপীৰাও নাই, বিছনাও নাই। একোণত অলপ ধানৰ নৰা ৰাখি থোৱা আছিল; তাৰে একোণত এটা আখল পতা আছিল। গছা-খনত মাটিৰ চাকি এটা নিজ মনে জ্বলি আছিল। বুঢ়ীয়ে ওৰে



দিন শুকান-গোবৰ আৰু শুকান খৰি বুটলি আনি ৰাখে আৰু বুঢ়াই মৰাপাটৰ ৰচা তৈয়াৰ কৰি বজাৰত বিক্ৰী কৰে। সিহঁত দুটাৰ জীৱিকা নিৰ্বাহ ইয়াৰেই হৈছিল। কেতিয়াও কোনেও সিহঁতক কন্দাও দেখা নাই, হহাঁও দেখা নাই। সিহঁত কেৱল জীয়াইহে থাকে। মৃত্যু সিহঁতৰ পদুলি মুখত থিয় দি আছিল—কন্দা বা হহাঁৰ বাবে সিহঁতৰ সময় ক'ত? বুঢ়ায়ে সুধিলে—"কাইলৈকে দেখোন মৰাপাট নাই, কিহেৰে ৰচী বনাবি?"

—"জগৰু মহাজনৰ পৰা গৈ দহ সেৰ মান বাকী কৈ আনিব লাগিব।"

—"তাৰ আগৰ পইছাই দিয়া নাই—এতিয়া আৰু বাকী ক'ত দিব?"

—"নিদিলে নাই! এই ঘাঁহবোৰতো আৰু ক'লৈকো নাযায়। দুপৰীয়া পৰ্য্যন্ত দু অনাৰ ঘাঁহো কাটিব নোৱাৰিম নে?"

এনেতে বাহিৰৰ পৰা কোনোবা এজনে চিঞৰিলে—"ভকত, অ' ভকত, শুলা নেকি? অলপ দুৱাৰখন খোলা!"

উঠি গৈ ভকতে দুৱাৰখন খুলি দিলে। ভিতৰলৈ সোমাই আহি মানুহজনে ক'লে—"কিবা শুনিছানে—ডাক্তৰ চড্‌ঢা বাবুৰ পুতেকক যে সাঁপে খুটিলে!"

ভকত চক্ খাই উঠিল—"চড্‌ঢা বাবুৰ পুতেকক? ছাউনীৰ কাষতে যে থাকে সেই চড্‌ঢা বাবুৰ কথাই কোৱা নাই জানো?"

"অঁ অঁ সেই জনেই। চহৰত একেবাৰে তোলপাৰ লাগি পৰিছে; যোৱা যদি যোৱা, মানুহ হৈ যাবা।"

এটি কঠোৰ মুদ্ৰাৰে বুঢ়াই মূৰ জোকাৰি কলে—"মই নাযাওঁ। মোৰ কি দৰ্কাৰ? সেই চড্‌ঢা বা……বু! মই তেওঁক খুব চিনি পাওঁ। মই বোপাইক লৈ তেওঁৰ ওচৰলৈ গৈছিলোঁ। তেওঁ খেললৈ যাবলৈ ওলাইছিল। তেওঁৰ ভৰিত পৰি মই সিদিনা কান্দি কান্দি কৈছিলোঁ—এখন্তেক বোপাইৰ গাত হাত দি চাবলৈ। কিন্তু এধাৰ ভালকৈ মাতেই নিদিলে। ভগৱানে ওপৰৰ পৰা সকলো

চাই আছে। আজি জানিব নহয়—পুত্ৰ শোক কি বস্তু! কেইজন পুতেকনো ?"

—'নাইহে—এই এটাই পুতেক আছিল। শুনিছো আটায়ে হেনো শেষ উত্তৰ দিয়ে দিলে।"

"ভগৱান বৰ চালাক! সেইদিনা যেতিয়া মোৰ চকুৰে ধাৰাসাৰ পানী বৈ আছিল—সিদিনা তেওঁৰ কণমানো দয়া নুপজিল! আজি যদি মই তেওঁৰ পদূলিমুখতো থাকিলোহেঁতেন, তথাপি খবৰ নললো-হেঁতেন!"

—"তেনেহ'লে নোযোৱা! মই যি শুনছো তাকে কৈ দিলোঁ।"

—"ভাল কৰিলা, ভাল কৰিলা, মোৰ কলিজা জুৰ পৰি গৈছে, চকু শীতল শীতল লাগিছে। লৰা চেঁচা পৰি গৈছে হবলা! তুমি যোৱা ভাই, আজি শান্তিৰে এটোপনি মাৰিব পাৰিম। (বুঢ়ীৰ প্ৰতি) অলপমান ধপাত দে বুঢ়ী! এচিলিম আৰু খাম। এতিয়া ডাঙৰীয়াই গম পাব। সমস্ত 'চাহাবী' বাহিৰ হ'ব এইবাৰ! মোৰনো কি হ'ল? ল'ৰা মৰিল, কিন্তু কোনো ৰাজ্যতো যোৱা নাই। ছটা সন্তান গৈছে যেতিয়া আৰু এটা গ'ল—সেয়াহে। কিন্তু তোমাৰ ৰাজ্যখনেই দেখোন শূন্য হৈ যাব। তাৰ কাৰণেই আনৰ ডিঙি চেপি চেপি এই ধন জমা কৰিছিলা নহয়! এতিয়া কি কৰিবা? এবাৰ চাবলৈ যাম—কিছুদিন পিছতহে যাম। সুধিম এতিয়া মেজাজ কেনে?"

মানুহজন গুচি গ'ল। ভকতে দুৱাৰ বন্ধ কৰি ললে আৰু চিলিমত মুখ দি টানিবলৈ ধৰিলে।

বুঢ়ীয়ে কলে—"ইমান ৰাতিখন হ'ল—ইমান জাৰতনো কোন যাব?

"হেৰৌ দুপৰীয়া হ'লেও মই গলোহেঁতেন নে? ঘৰৰ সন্মুখলৈ মটৰ আহিলেও মই নগলোঁহেঁতেন! পাহৰা নাই নহয় মই। মোৰ বোপাই পান্নাৰ সেই মুখখন আজিও চকুৰ আগত ভাঁহি আছে। এই নিষ্ঠুৰে এখন্তেকৰ বাবেও তাক এবাৰ উভতি নাচালে। মই জনা



নাছিলোঁ নে যে সি নাবাচিব! ভালকৈয়ে জানিছিলোঁ। চড়্‌চাতো ভগৱান নাছিল যে সি এখন্তেক চালেই অমৃত বৰষি গলহেঁতেন। নহয়, কিন্তু সি এটা মাপহে আছিল—অকমান সান্ত্বনা—মাত্ৰ তাৰ কাৰণেই তেওঁৰ ওচৰলৈ দৌৰি গৈছিলোঁ। এতিয়া যাম কোনোবা দিনা আৰু সুধিম—"কওক ডাঙৰীয়া, কেনে আছে?" সংসাৰে বেয়া বুলিব বোলক, কাকো আৰু ভয় কৰিবলগীয়া মোৰ নাই! সৰু সৰু মানুহৰ মাজতহে দোষবোৰ থাকে—ডাঙৰৰ দায়তো পিছলি পিছলি যায়! সিহঁত দেৱতা!"

ভকতৰ জীৱনত এয়া প্ৰথম দিন, যিদিনা এনে এটা বাতৰি পায়ো ঘৰতে বহি থাকিব পাৰিছে। তাৰ আশী বছৰীয়া জীৱনত কেতিয়াও এনে হোৱা নাই যে সাঁপৰ কথা শুনিও সি দৌৰি নোযোৱাকৈ থাকিব পাৰিছে। পুহ-মাঘৰ এন্ধাৰ ৰাতি, বহাগৰ ৰ'দ আৰু গৰম বতাহ, শাওন-ভাদ মাহৰ বাঢ়ি অহা নদী-নলা, একোৰে প্ৰতি সি কোনো দিনে কেৰেপ কৰা নাছিল। খবৰ শুনা মাত্ৰকেই ঘৰৰ পৰা ওলাই গুচি যায়—নিস্বাৰ্থ ভাৱে, নিষ্কাম ভাবে। দিয়া-লোৱাৰ কথা কোনো দিনে মনলৈ অহা নাই। এইবোৰ এনে ধৰণৰ কামেই নহয়! জীৱনৰ মূল্যনো কোনে দিব পাৰে? এয়া এক পুইন কাৰ্য্য আছিল। শ শ সৰ্ব্বস্বান্ত লোকক তাৰ মন্ত্ৰই জীৱন দান দিলে, কিন্তু আজি সি ঘৰৰ পৰা বাহিৰ ওলাব পৰা নাই। এনে এটা খবৰ শুনিও আজি সি শুবলৈহে ওলাইছে।

বুঢ়ীয়ে ক'লে—"ধপাত আখলৰ কাষতে ৰখা আছে! ধপাতৰ দাম আজি তিনি পইছা দিব লগীয়া থাকিল। আজি কোনো মতে দিবই নুখুজিছিল।"

এইখিনি কৈয়ে বুঢ়ী শুই পৰিল। বুঢ়াই চাকি গছ নুমাই দিলে। কিছু সময় সি থিয় হৈ থাকিল। তাৰ পিছত বহিল। শেষত শুই পৰিল। কিন্তু এই খবৰটো তাৰ কাৰণে এটা বোজা-স্বৰূপ হৈ পৰিল। তাৰ এনে লাগিল যেন কিবা এটা বস্তু তাৰ পৰা ক্ৰমে আঁতৰি যাবলৈ ধৰিছে—যেন তাৰ সকলো কাপোৰ তিতি গৈছে,

ভৰি বোকাৰে লুতুৰ পুতুৰ হৈছে—যেন কোনোবাই তাৰ মনৰ মাজত বহি তাক ঘৰৰ পৰা ওলাবলৈ বাৰে বাৰে খুচি দিবলৈ ধৰিছে। অলপ পিছতে বুঢ়ীয়ে নাকেৰে ঘোৰ্ঘোৰাবলৈ ধৰিলে। বুঢ়াই কথা কৈ কৈয়েই বিছনাত দীঘল দিলে হয়, কিন্তু ক'ৰবাত অলপমান কুকুৰকৈ শব্দ এটা হ'লেই সি চক খাই উঠে। ভকত বৈ থাকিব নোৱাৰিলে—লাঠী ডাল হাতত ল'লে আৰু লাহেকৈ দুৱাৰখন খুলিলে।

বুঢ়ীয়ে মাত দিলে—"ক'লৈ যাৱ ?"

—"ক'লৈকো নাযাওঁ, চাইছো ৰাতিনো কিমান আছে!"

—"হৈছে—এতিয়াও বহুত ৰাতি আছে—শুই থাকহি।"

—"টোপনি নাহে!"

—"টোপনি কিয় আহিব? মন চড্‌ঢাৰ ঘৰতহে আছে!"

—"চড্‌ঢাইনো মোৰ কি ডাল কৰি দিছে যে মই তালৈ যাম! সি আহি ভৰিত পৰিলেও নাযাওঁ।

—"তই উঠিছ কিন্তু সেই কাৰণেই!"

—"নহয় অ', মই পাগল নেকি যে মোৰ বাটত যেয়ে কাঁইট পুতিব মই তাৰ বাটত গোলাপ সিচিম।"

বুঢ়ী আকৌ টোপনি গ'ল। ভকতে দুৱাৰ ডাং লগাই দি আকৌ আহি বহিল; কিন্তু তাৰ মনৰ অৱস্থা একেই থাকিল। একে লগে বাদ্য বাজিব আৰু উপদেশো হব—তেনে অৱস্থাত উপদেশ শুনোতাৰ চকুহে উপদেশত থাকিব মন বা কাণ হ'লে বাদ্যতহে। ভকতৰ অৱস্থাও তেনে হৈছিল। তাৰ হৃদয়ত সেই সুদুৰৰ ধ্বনিহে ধ্বনিত হৈ আছিল। লাজতে সি বহাৰ পৰা উঠিবও নোৱাৰে। নিষ্ঠুৰ প্ৰতিশোধৰ ভাব ভকতৰ কাৰণে আছিল উপদেশ—কিন্তু তাৰ হৃদয়ৰ টান আছিল সেই দুৰ্ভাগীয়া যুৱকৰ প্ৰতিহে। যুৱক মৃত্যুৰ পথলৈ আগবাঢ়িছিল—যাৰ কাৰণে প্ৰতিটো পলকৰ বিলম্বই আছিল মৃত্যুৰ একো একোটা ক্ষণ।

সি আকৌ দুৱাৰ খুলিলে। ইমান লাহেকৈ খুলিলে যে বুঢ়ীয়ে গমকে নাপালে। বুঢ়া বাহিৰলৈ ওলাই আহিল। সেই গাৱঁৰ



পহৰীয়াই আলীবাটত পহৰা দি আছিল। সি সুধিলে—"উঠিলা দেখোন ভকত! আজি ইমান যে জাৰ পৰিছে—ক'ৰবালৈ যাবলৈ ওলালা নেকি?"

—"নাই যামনো ক'লৈ। চাইছিলোঁ আৰু কিমানমান ৰাতি আছে। কিমান বা বাজিল চাগে এতিয়ামানে?" ভকতে ক'লে।

পাহৰীয়াই উত্তৰ দিলে—"একমান বাজিল নেকি? এতিয়াই মই থানাৰ পৰা আহোতে ডাক্তৰ চড্‌ঢাৰ ঘৰত মানুহৰ বৰ ভিৰ দেখিলোঁ। তেওঁৰ লৰাৰ ঘটনা শুনিছাই হ'বলা—সাঁপে যে খুঁটিলে। এতিয়া মানে মৰিলেই নেকি? তুমি যোৱা যদি বাচি যাবও পাৰে। শুনিছো দহ হেজাৰ পৰ্য্যন্ত দিবলৈ সাজু।"

ভকতে ক'লে—"দহ হেজাৰ কিয়হে—দহ লাখ দিলেও মই নাযাওঁ। দহ হেজাৰেই হওক বা দহ লাখেই হওক তাৰে মইনো কি কৰিম? কাইলৈ মৰি গ'লে সেই ধন কোনে ভোগ কৰিব?"

পহৰীয়া গুচি গ'ল। ভকতৰ খোজবোৰ আগলৈ গৈ থাকিল। যিদৰে নিচা খোৱা মানুহ নিজৰ আয়ত্বত নাথাকে,—ভৰি ৰাখে ক'ৰবাত, পৰে ক'ৰবাত, মুখেৰে কয় কিবা এটা, জিভাৰে ওলায় আন কিবা এটা। বুঢ়াৰো সেই অৱস্থাই হৈছিল সেই সময়ত। মনত প্ৰতিশোধৰ ভাব আছিল, দম্ভ আছিল, হিংসা আছিল, কিন্তু কাৰ্য্য মনৰ বসবৰ্ত্তী নাছিল। যিয়ে কোনো দিনে তৰোৱাল চলাই পোৱা নাই সি ইচ্ছা কৰিলেই এদিনতে তৰোৱাল চলাব নোৱাৰে। তাৰ হাত কপে, তৰোৱাল নুঠে। লাখুটিডাল খট্ খট্কৈ বেঙা মেলি মেলি ভকত আগ বাঢ়ে। চেতনাই তাক বাধা দিছিল কিন্তু উপ-চেতনাই পিছৰ পৰা ঠেলিছিল। সেৱকে স্বামীক শাসন কৰিছিল।

আধামান বাট যোৱাৰ পিছত ভকতে হঠাৎ বৈ গ'ল। হিংসাই কাৰ্য্যৰ ওপৰত বিজয় লাভ কৰিলে—মই এনেয়ে ইমান দূৰ বাট কুৰি বাই আহিলোঁ। ইমান শীত বৰফতনো মোক কিহে পাইছিল মৰিবলৈ? আৰামেৰে শুই নাথাকিলোঁ কিয়? টোপনি নাহে নাহক, দুই চাৰিটা ভজনকে গালোঁহেতেন! মিচামিছি ইমানখন

ঠাই লৰি লৰি আহিলোঁ ! চড্ঢাৰ লৰা জীয়কেই বা মৰকেই, মোৰ কি গৰজ পৰিছিল—মোৰ লগতনো সি কি ভাল ব্যৱহাৰ কৰিছিল যে মই তাৰ কাৰণে মৰিম। সংসাৰত হেজাৰ জন মৰে, হেজাৰ জন জীয়ে। কাৰ'বাৰ জীয়া-মৰাৰ লগত মোৰ কি সম্পৰ্ক !

কিন্তু উপ-চেতনাই এতিয়া এক অন্য ৰূপ ধাৰণ কৰিলে। ই হিংসাৰ লগত এক প্ৰকাৰ মিলা ধৰণেৰেই। সি জৰা-ফুকা কৰিবলৈ নাযায়—কেৱল চাব মানুহে কি কৰিছে ! অলপমান ডাক্তৰ ডাঙৰীয়াৰ কন্দা-কটা চাব। কিদৰে ডাক্তৰে কপালত চপৰিয়াই চপৰিয়াই কান্দে, কি দৰে বাগৰি বাগৰি পৰে চাব। সি চাব বৰ লোকবোৰেও সৰু মানুহৰ দৰে কান্দে নে ধৈৰ্য্য ধৰে। এওঁলোকতো বিদ্বান, ধৈৰ্য্য ধৰিব পাৰে হবলা ! হিংসা ভাবটোক ধৈৰ্য্য দান কৰি সি অগেলৈ গৈ থাকিল।

এনেতে এজন মানুহ এইপিনে অহা দেখা গ'ল। দুয়োজনে কথা কৈ কৈ আহিছে—"চড্ঢা বাবুৰ ঘৰ নিজান পৰি গ'ল। এয়া একেটাই পো আছিল।" ভকতৰ কাণত এই শব্দ কিটা আহি পৰিল। তাৰ খোজ আৰু বেছি বেগত আগ বাঢ়িল। ভাগৰতে তাৰ ভৰি আগ বাঢ়িব খুখুজিছিল। তাৰ উপৰ ভাগ ইমান আগ-বাঢ়িছিল যেন হামাখুৰি খাইহে পৰিব। এইদৰে আৰু দহ মিনিট মানৰ বাট আগ বাঢ়িছিল হবলা, তেনেতে ডাক্তৰৰ বঙলা চকুত পৰিল। বিজুলী চাকিবোৰ উজ্বলি আছিল। কিন্তু ঘৰত নিস্তব্ধতা বিৰাজ কৰি আছিল। কন্দা-কটাৰ কোনো শব্দ শুনা নগৈছিল। ভকতৰ কলিজা ধপ্ ধপ্ কৰিবলৈ ধৰিলে। মোৰ আহি পোৱাত চাগৈ বহুত পলম হৈ যোৱা নাই! সি দৌৰিবলৈ ধৰিলে। ইমান বয়সত সি কেতিয়াও ইমান বেগেৰে খোজ কঢ়া নাছিল। এনে লাগিছিল যেন তাৰ পিছে পিছে মৃত্যু দৌৰি দৌৰি আহি আছে।

(৪)

তেতিয়ালৈ দুই বাজি গৈছিল। আলহীসকল বিদায় হ'বলৈ ধৰিছিল। কান্দোতা সকলৰ ভিতৰত কেৱল আকাশৰ তৰাবোৰহে



আছিল গৈ। বৰ উৎসুকতাৰে মানুহবোৰে বাৰে বাৰে আকাশৰ পিনেহে চাইছিল, কোনোমতে ৰাতি পুৱাওক আৰু লাচটো নি গঙ্গাত উটুৱাই দিয়া হওক।

হঠাতে ভকতে পদূলি মুখত থিয় দি ভিতৰৰ পিনে মাত দিলে। ডাক্তৰে ভাবিলে কোনো বেমাৰী আহিছে চাগৈ। অন্য দিন হোৱা হ'লে ডাক্তৰে এনে লোকক খেদি দিলেহেঁতেন, কিন্তু আজি ডাক্তৰ বাহিৰলৈ ওলাই আহিল। দেখিলে এজন বুঢ়া মানুহ বাহিৰত থিয় হৈ আছে ; সোলা মুখ, চকুৰ ভ্ৰূ পৰ্য্যন্ত বগা হৈ পৰা। লাখুটিত ভৰ দি বুঢ়া কঁপি কঁপি থিয় দি আছে। অতি নম্ৰভাবে সুধিলে—"কি হ'ল ভাই? আজি মোৰ মূৰত এনে স্বৰগ ভাগি পৰিছে যে কি কম—আকৌ কেতিয়াবা আহিবা। এমাহ মানলৈ বোধ হয় মই আৰু কোনো বেমাৰী চাব নোৱাৰিম।"

ভকতে ক'লে—"শুনিছো ডাঙৰীয়া সকলো শুনিছো, আৰু সেয়েহে আহিছো। বোপাদেউ ক'ত আছে, মোকো অকণমান দেখুৱাওকচোন। ভগৱান অতি চতুৰ, মৰাকো জীয়ায়। কোনে জানে, এতিয়াও যে তেওঁৰ দয়া নুপুজিব!"

চড্ঢাই বৰ ব্যথিত সুৰে কলে—"বলা, চাই লোৱা, কিন্তু তিনি চাৰি ঘণ্টা হৈ গ'ল। যি হব লগীয়া আছিল সি হৈ গ'ল। বহুবোৰ ওজা আহি চাই চাই উভতি গুচি গ'ল।"

ডাক্তৰেনো আশা আৰু কি কৰিব, কিন্তু বুঢ়াৰ প্ৰতি অলপ দয়া উপজিল, ভিতৰলৈ লৈ গ'ল। ভকতে লাচটোৰ প্ৰতি এমিনিটমান চাই থাকিল। তাৰ পিছত অলপমান হাঁহি ক'লে—"এতিয়াও একো নষ্ট হোৱা নাই ডাঙৰীয়া! বাঃ! যদি ভগৱানে কৰে আধা ঘণ্টাৰ ভিতৰতে বোপাই উঠি বহিব। আপুনি মিছা মিছি মনটো সৰু নকৰিব ডাঙৰীয়া! লগুৱাহঁতক কওকচোন, ইয়ালৈ বেছিকৈ পানী আনক।"

ভকতৰ কথামতে লগুৱাহঁতে পানী তুলি তুলি আনি কৈলাশৰ গাত ঢালিবলৈ ধৰিলে। পানীৰ পাইপ বন্ধ হৈ গৈছিল—গতিকে

লগুৱাহঁতে অনা পানায়ে নোজোৰাত আলহী সকলেও বাহিৰৰ কুঁৱাৰ পৰা পানী আনি আনি চাকৰ বাকৰৰ হাতত দিবলৈ ধৰিলে। মৃণালিনীয়েও কলহেৰে পানী বৈ আনি আছিল। ভকত বুঢ়াই হাঁহি হাঁহি মন্ত্ৰ পঢ়ি আছিল। তাৰ সন্মুখলৈ 'বিজয়ে' আহি নাচিবলৈ ধৰিছিল। মন্ত্ৰ একেবাৰে শেষ হোৱাৰ লগে লগে কৈলাশৰ নাকৰ কাষলৈ এডাল শিপা নি শুঙাই দিছিল। এইদৰে কিমান কলহ পানী জানো কৈলাশৰ মূৰত ঢালিলে আৰু কিমানবাৰ যে মন্ত্ৰ মাতিলে! শেষত পূব আকাশত বাঙলী বেলিৰ চকু মেল খোৱাৰ লগে লগে কৈলাশৰ বঙা ৰঙা চকু ছুটাও মেল খাই গ'ল। খন্তেকতে সি এঙামুৰি কাঢ়িলে আৰু পানী খুজিলে। ডাক্তৰ চড়্‌ঢাই দৌৰি গৈ নাৰায়ণীৰ ডিঙিত সাবটি ধৰিলে। নাৰায়ণীয়ে দৌৰি আহি ভকতৰ ভৰি ছুখন সাবটি ধৰিলে আৰু মৃণালিনীয়ে কৈলাশৰ সন্মুখত অশ্ৰুপূৰ্ণ চকু ছুটিৰে গৈ সুধিলে—"এতিয়া কেনে পাইছা ?"

খন্তেকতে বাতৰি চাৰিওফালে বিয়পি পৰিল। বন্ধুসকলে ডাক্তৰক শুভেচ্ছা জনাবলৈ বুলি তেওঁৰ ঘৰলৈ ঢাপলি মেলিলে। ডাক্তৰে নতমুখে ভকতৰ গুণগান আটাইৰে সন্মুখত কৰিবলৈ ধৰিলে। মানুহবোৰ ভকতৰ দৰ্শনৰ বাবে উদগ্ৰীৱ হৈ পৰিল। কিন্তু ভিতৰলৈ গৈ দেখে যে ভকতৰ কোনো শুংসূত্ৰই নাই। ঘৰৰ লগুৱাহঁতে ক'লে যে এইমাত্ৰ ইয়াতে বহি চিলিম টানি আছিল। আমি ধপাত দিব খোজাত ন'ললে আৰু নিজৰ হাঁচতিৰ পৰা ধপাত উলিয়াই খালে। ভকতক বিচাৰি চাৰিও ফালে হুলস্থূল লাগি পৰিল। সিপিনে ভকতে বেঙা মেলি মেলি ঘৰলৈ বুলি ঢাপলি মেলিলে যাতে বিছনাৰ পৰা বুঢ়ী উঠাৰ আগেয়ে গৈ ঘৰ পাব পাৰে।

আলহী-অতিথি গৈ আজৰি হোৱাৰ পিছত ডাক্তৰে নাৰায়ণীক ক'লে—"নাজানো বুঢ়াজন ক'লৈ গুচি গ'ল। এচিলিম ধপাতৰো মোৰ ধৰুৱা নহ'ল।"



নাৰায়ণীয়ে ক'লে—"মই ভাবিছিলোঁ তাক এটা শকত ধনৰ টোপোলা দিম !"

ডাক্তৰে ক'লে—"ৰাতি মই তাক চিনা নাছিলোঁ। কিন্তু ৰাতি পুৱা চিনি পালোঁ। এবাৰ এটা বেমাৰী লৈ সি মোৰ ওচৰলৈ আহিছিল। মোৰ মনত পৰিছে, সেই সময়ত মই খেলিবলৈ যাবলৈ ওলাইছিলোঁ আৰু বেমাৰীটো নাচাওঁ বুলি কৈছিলোঁ। আজি সিদিনাৰ কথা মনত পৰি মই কিমান গ্লানি অনুভৱ কৰিছো তাক ভাষাৰে কব নোৱাৰোঁ। মই তাক বিচাৰি উলিয়াম আৰু তাৰ ভৰিত পৰি নিজৰ অপৰাধৰ বাবে ক্ষমা খুজিম। সি যে মোৰ পৰা একো নলব সেইটো মই জানো। তাৰ জন্ম যশবৃদ্ধিৰ কাৰণেহে। তাৰ সাধুতাই মোক এনে এক আদৰ্শ দেখুৱালে যে জীৱন পৰ্য্যন্ত সি মোৰ সন্মুখত পথদ্ৰষ্টা স্বৰূপে থাকিব।"

———

# পত্নী

—জৈনেন্দ্ৰকুমাৰ

চহৰৰ একোণৰ এক অনাদৃত আট্টালিকা। দ্বিতীয় তলা। এগৰাকী তিৰোতা আখলৰ গুৰিত বহি আছে। চৌকাৰ জুইকুৰা লাহে লাহে ছাইত পৰিণত হৈ যাব ধৰিছে। তাই বহি বহি কিবোৰ জানো ভাবি আছে। তাইৰ বয়স বিশ-বাইশৰ ভিতৰত হ'ব। দেখিলেই শাৰীৰিক ভাবে দুৰ্বল আৰু কোনো সম্ভ্ৰান্ত বংশৰ যেন লাগে।

তাইৰ দৃষ্টি হঠাতে ক্ৰমে ছাই হৈ যাবলৈ ধৰা জুইৰ আঙঠাবোৰৰ পিনে যায়। আঠুৰ ওপৰত ভৰ দি তাই থিয় হৈ অলপ আঁতৰৰ পৰা কয়লা কিছু আনে। কয়লাখিনি চৌকাত ঢালি দি তাই এনেকৈ বহে যেন মনত পেলাবলৈ যত্ন কৰিছে ইয়াৰ পিছত কি কৰিব লগীয়া আছে। ঘৰত দ্বিতীয়জন আৰু কোনো নাই। সময় সম্ভৱ দুপৰীয়া বাৰ বজাৰ ওপৰ হ'ব।

দুটি প্ৰাণীয়ে এইখন ঘৰত থাকে। পতি আৰু পত্নী। গিৰীয়েক ৰাতিপুৱাই যি গল—এতিয়ালৈ উভতি অহা নাই আৰু ইপিনে পত্নীয়ে আখলৰ গুৰিত বহিয়ে আছে। ভাবিবৰ কাৰণে কিবা আছে যদি সেয়া এয়ে যে জুই নুমাই নাযাওক।...... তেওঁ বা কেতিয়া আহে! এক বাজি গ'ল! যিয়েই নহওক মানুহে নিজৰ শৰীৰটোৰ কথাতো ভাবিব লাগে।........আৰু সুনন্দা বহি আছে। তাই একো কৰা নাই। যেতিয়া তেওঁ আহি পাব তেতিয়া ৰুটি বনাই দিব। 'নাজানো মানুহজনে ক'ত যে এনে পলমখন কৰি থাকে! আৰুনো



কিমান সময় বহি থাকিম! নাই, মোৰ দ্বাৰা আৰু নহ'ব। চৌকাত ঢালি দিয়া কয়লাবোৰ আকৌ জ্বলি জ্বলি নুমাই যাবলৈ ধৰিছে। খণ্ডেৰে তাৱাখন তাই জুইৰ ওপৰত ৰাখিলে। নহয়, এতিয়া তাই ৰুটি বনাবই। খং মনে তাই আটাৰ কাঁহীখন টানি ল'লে আৰু ৰুটি বেলিবলৈ ধৰিলে। কিছু সময়ৰ পিছত কাৰো আগমনৰ ভৰিৰ শব্দ শুনা গ'ল। তাইৰ মুখখনত এক মগ্নতা পৰিস্ফুট হৈ পৰিল। কিছু সময়'ল মগ্নতাৰ সেইভাব বিৰাজমান থাকি আকৌ নোহোৱা হৈ গল! আগৰ দৰে তাই আকৌ কামত ব্যস্ত হৈ পৰিল।

গিৰীয়েক কালিন্দীচৰণ আহিল। তেওঁৰ লগতে অন্য তিনিজন বন্ধুও আছিল। সিহঁতে কিবাকিবিখন কথা কৈ কৈ আহিছিল। কথা-বতৰাবোৰ বৰ উগ্ৰ উগ্ৰ যেন লাগিছিল। কালিন্দীচৰণ বন্ধু-সঙ্গীসহ পোনে পোনে নিজৰ কোঠালী লৈ গুচি গ'ল। তেওঁলোকৰ ভিতৰত কিবাকিবি তৰ্ক-বিতৰ্ক হৈ আছিল। দেশোদ্ধাৰৰ কাৰণে কৃতসংকল্প এই চাৰিজন ব্যক্তিয়ে এই সম্পৰ্কেই কিবা আলোচনা কৰি আছিল। মাতৃভূমি ভাৰতক উদ্ধাৰ কৰিবই লাগিব—এই ক্ষেত্ৰত নীতি-অনীতি, হিংসা-অহিংসাৰ কথা ভবাৰ সময় এতিয়া নাই। মিঠা মিঠা কথাৰ পৰিণাম ইতিমধ্যে বহুতো দেখা গৈছে। মিঠা কথাৰে বাঘৰ মুখৰ পৰা নিজৰ মূৰ সৰুৱাব নোৱাৰি। তেনে অৱস্থাত বাঘক বধ কৰাটোৱেই হ'ল একমাত্ৰ উপায়। বিদ্ৰোহ! এৰা বিদ্ৰোহ!! বিদ্ৰোহলৈ ভয় কৰিবলগীয়া আমাৰ কিবা আছে নেকি? কিছুমান মানুহে কয় যে এই সশস্ত্ৰ-বিপ্লবীহঁত মূৰ্খ, ইহঁত শিশু; কিন্তু আমি কওঁ মূৰ্খ সিহঁত, শিশু সিহঁতহে। সিহঁতে সন্মান নিবিচাৰে—সিহঁতে বুদ্ধি-মত্তা দেখুৱাব নোখোজে। আমাৰ জীয়াই থকাৰ কোনো অভিলাষা নাই। আমাৰ নিজৰ সতি-সন্তানৰ লেঠা নাই—ধন-সম্পত্তিৰ প্ৰয়োজনো আমাৰ নাই। তেনেহলে মৰিবলৈ আমি কিয় স্বতন্ত্ৰ নহ'ম? অত্যাচাৰ, উৎপীড়নৰ ওৰ পেলাবলৈ হ'লে কিছু অত্যাচাৰ উৎপীড়ন হ'বই। কোনোবাই যদি

তাৰ প্ৰতি ভয় কৰে কৰক! কিন্তু আমি যুৱকবোৰে এই ক্ষেত্ৰত ভয় কৰিবলগীয়া একো নাই।

তাৰ পিছত সিহঁত চাৰিওজনে তেওঁলোকে কি কৰা উচিত তাৰ এটা সিদ্ধান্ত লোৱাৰ স্থিৰ কৰিলে। হঠাতে কালিন্দীচৰণৰ মনত পৰিল যে সি নিজেও এতিয়ালৈ একো খোৱা নাই আৰু বন্ধুহঁতকো এই বিষয়ে একো সোধা নাই। তেওঁলোকৰ পৰা বিদায় লৈ তেওঁ সুনন্দাৰ কাষ পালেগৈ।

সুনন্দা য'তে আছিল, ত'তেই বৈ আছিল। ৰুটি তাই বনাই থৈছিল। তাৰাখন ৰুটিৰ ওপৰত ওলোটাই থোৱা আছিল। শূণ্য দৃষ্টিৰে তাই বহি বহি অপেক্ষা কৰি আছিল। তাৰে পৰাই তাই শুনি আছিল বন্ধুসকলৰ লগত তাইৰ স্বামীয়ে কি কথা কয় আৰু কিয় কয়। তাই উত্তেজনাৰ কাৰণবোৰ বুজি নাপায়। সেই তাইৰ কাৰণে হ'ল সুদূৰৰ বস্তু—সি স্পৃহনীয়, মনোৰম আৰু সেউজীয়া। তাই ভাৰত মাতৃৰ স্বতন্ত্ৰতাৰ কথা বুজিবলৈ চেষ্টা কৰে কিন্তু তাই ভাৰত সন্তাননো কি বা তাৰ স্বতন্ত্ৰতানো কি একো বুজি নাপায়। এওঁলোকে ইমান জোৰ জোৰকৈ যে কথা কয় তাৰ অৰ্থও তাই বুজি নাপায়। তথাপি এই ধৰণৰ উৎসাহবোৰ ৰপ্ৰতিয়ে তাইৰ কি বা এটা ক্ষুধা। জীয়াই থকাৰ হাউচ তাইৰ প্ৰায় নিৰ্বাপিত হৈ পৰিছে। কিন্তু তথাপি তাই জীয়াই থাকিবলৈ বিচাৰে। তাইৰ ইচ্ছা তাইৰ স্বামীয়ে তাইৰ লগতো দেশৰ কথা আলোচনা কৰক। তাইৰ বুদ্ধি অৱশ্যে অলপ কম। কিন্তু লাহে লাহে তাই সকলো বুজিব পৰা হ'ব। তাই ভাবে, মই বেছি পঢ়া নাই যদিও তাত মোৰনো কি দোষ? এতিয়া লাগিলে মই পঢ়িবলৈও সাজু। কিন্তু পত্নীৰ লগত পতিৰ ধৈৰ্য্য হেৰাই যায়। যি হওক, তাই ভাবে—তাইৰ কাম হ'ল সেৱা-সংকাৰ কৰা। ঠিক আছে—এইখিনিকে মানি লৈ, ইয়াতকৈ অধিক বুজাৰ আকাংক্ষা, তাই ত্যাগ কৰে; তাই স্বাভাৱিক ভাবে স্বামীৰ লগত নিৰ্বাহ কৰে—আৰু কেতিয়াও তেওঁ পথৰ



মাজত আহি থিয় দিবলৈ ইচ্ছা নকৰে। তাই এটা কথাই জানে যে তাইৰ স্বামীয়ে যদি সকলো সুখ-সুবিধা ত্যাগ কৰিছে, ঘৰ-গৃহস্থী ত্যাগ কৰিছে, জানি শুনিও ইমান উদাসীন হৈ থাকে, অলো-তলোকৈ ঘূৰি ফুৰে—এইবোৰ সম্ভৱতঃ কিবা ভাল ভাবিয়ে কৰিছে। এই কথাখিনিকে আন্তৰিক ভাবে মানি লৈ কোনো আপত্তি নোহোৱাকৈ বিপদৰ পিছত বিপদ পাৰ কৰি আহিছে। স্বামীয়ে অৱশ্যে কয় যে 'তুমি মোৰ লগত মিছামিছিকৈ কিয় কষ্ট ভোগ কৰা?' কিন্তু এই কথা তাই মৌনভাবে কেৱল শুনে আৰু ভাবে—চাচোন, এই মানুহ জননো এইবোৰ কি কথা কয়। তাই জানে যে চৰকাৰৰ নামৰ বস্তুটো তেওঁৰ কামবোৰৰ ওপৰত একেবাৰে অসন্তুষ্ট। চৰকাৰ চৰকাৰেই। কিন্তু তাইৰ মনত এনে কোনো স্পষ্ট ধাৰণা নাই যে চৰকাৰনো কি বস্তু! লগতে ভাবে এয়া যিমানবোৰ হাকিম-মুনচিপ আছে—এইবোৰ শক্তিশালী আৰু তেওঁলোকৰ পিছত বৰ বৰ শক্তি কিছুমান আছে। ইমানবোৰ সেনা-পুলিচ আৰু মেজিষ্ট্ৰেট, কেৰাণী, চাপৰাচী, দাৰোগা আৰু ভাইচৰয়, এই সকলোবোৰেই চৰকাৰ। এইবোৰৰ বিৰুদ্ধেনো কেনেকৈ যুঁজ কৰিব পাৰি? এইবোৰ বৰ বৰ হাকিম মুনচিপৰ লগত যুঁজাটো উচিত কথা নহয়। কিন্তু এওঁ দেখোন এইবোৰৰ লগত যুঁজিবৰ বাবেহে একেবাৰে গা এৰি দিছে।...বাৰু সেয়া যিয়ে নহওক, এওঁলোকে ইমান ডাঙৰ ডাঙৰকৈ কথা কিয় কয়? তাই এই কথাটো বৰ বেয়া পায়। সাধাৰণ সাজ-পাৰ পিন্ধি এজন চোৱাংচোৱা সদায় এওঁলোকৰ ঘৰৰ আগ-ফালে সকলো সময়তে ঘূৰি ফুৰে। এই কথাটোনো এওঁলোকে কিয় পাহৰি থাকে? ইমান ডাঙৰ ডাঙৰকৈ কিয় কথা কয়?

বহি বহি তাই এই ধৰণৰ নানা অসংলগ্ন কথাকে ভাবি থাকে: 'চাচোন, এতিয়া দুই বাজিবই আৰু! তেওঁৰ খোৱাৰ চিন্তা নাই, নাই মোৰ প্ৰতি কোনো চিন্তা! মোৰ কথা বাৰু এৰিছোঁৱেই, নিজৰ শৰীৰৰ প্ৰতিওতো চিন্তা কৰিব লাগে! এওঁৰ এই দুঃস্বভাৱৰ কাৰণেইতো ল'ৰাটো গুচি গ'ল। তাইৰ মন যিমানেই ইটো সিটোৰ

প্ৰতি আকৃষ্ট নহওক কিয়, কিন্তু যেতিয়া তাই অকলশৰীয়া হয়, তেতিয়াই সেই ল'ৰাটোৰ অভাৱটোৰ কথা বাৰে বাৰে মনলৈ আহি মনটোক খোঁকিবাথোঁ কৰি থৈ যায়। তেতিয়া ল'ৰাটোৰ সেই স্মৃতিবোৰ আহি মানস পটত ভাহি উঠে। তাৰ সেই মৰম-সনা চকু দুটি, সৰু সৰু কোমল আঙুলিবোৰ আৰু তাৰ সুকোমল ৰঙা ৰঙা ওঠ দুটিৰ স্মৃতিয়ে মনক আকুল কৰি তোলে। তাৰ লুকা-ভাকু খেলা দৃশ্যবোৰে মনৰ মাজত এক প্ৰবল হাঁহাকাৰ তোলে। সকলোতকৈ বেছিকৈ মনত পৰে তাৰ মৃত্যুৰ সময়ৰ সেই কথাখিনি। উঃ কি যে সেই মৃত্যু! সেই মৃত্যুৰ পিনে তাই উভতি চাব নোৱাৰে। যদিও তাই জানে যে এদিন সকলো মৰিব, তায়ো মৰিব, তাইৰ স্বামীও মৰিব—কিন্তু সেইপিনে যেতিয়া খন্তেকৰ বাবেও এবাৰ উভতি চাই পঠিয়ায়, তাই ভয়তে কঁপি উঠে। তাই সহিব নোৱাৰে। সেই বালকৰ স্মৃতিয়ে তাইক একেবাৰে মযিমুৰ কৰি পেলায়, চুৰমাৰ কৰি দিয়ে! এনে অৱস্থাত তাই অতিকৈ বিহ্বল হৈ উঠে আৰু চকুপানী মচি কিবা কথা বা কামত নিজকে ব্যস্ত কৰি তুলিবলৈ চেষ্টা কৰে। কিন্তু অকলশৰীয়া ভাৱে থাকি তাই নিজকে যিমানেই ব্যস্ত ৰাখিবলৈ চেষ্টা নকৰক কিয়—বাৰে বাৰে সিহে মনলৈ আহে—আৰু তাইৰ হৃদয় হতাশাৰে ভৰি পৰে।

তাই উঠিল। এতিয়া কাঁহিবাটি ধুব মাজিব লাগিব। চৌকাও চাফ কৰিবলৈ আছে। উঃ অকলে বহি বহি মইনো কিবোৰ ভাবি আছো!

এনেতে কালিন্দীচৰণে আহি ৰান্ধনী ঘৰত প্ৰবেশ কৰে। সুনন্দাই সেই সময়ত এক কঠোৰ ভঙ্গীৰে শূন্যলৈ চাই আছিল। তাই স্বামীৰ পিনেও চোৱা নাই।

কালিন্দীচৰণে ক'লে—"আমি চাৰিজন আছো। খাবৰ হবনে?"

সুনন্দাই অতপৰে কাঁহী, বেলনা-মাৰি আৰু ডেগচী আদি থালী বাচনবোৰ আঁতৰাই লৈ গ'ল—মুখেৰে একো নামাতিলে।

কালিন্দীচৰণে আকৌ ক'লে—"শুনিছানে, মোৰ লগত আৰু



তিনিজন আছে। যদি বনাব পাৰা বনোৱা নহ'লে ইয়াৰে চলি যাব।"

সুনন্দাই একো নকলে। মনে মনে তাইৰ বৰ খং উঠিল। এওঁ মোৰ লগত এনেকৈ ক্ষমা-প্ৰাৰ্থীৰ দৰে কিয় কথা কৈছে? হাঁহি হাঁহি কিয় নকয়, বোলে আৰু অলপ খোৱাৰ যোগাৰ কৰা। যেন মই কোনোবা পৰহে। ঠিক আছে—ময়তো দাসী নহওঁ যে এওঁলোকৰ কামতে লাগি থাকিম! মই এইবোৰ একো নাজানো, কাৰো খোৱা-বোৱাৰ কথাও মই নাজানো! তাই মনেমনেই থাকিল।

কালিন্দীচৰণে অলপ ডাঙৰকৈ মাতিলে—"সুনন্দা!"

সুনন্দাৰ এনে লাগিল যেন হাতৰ ডেগচীটো ধম্ কৈ পেলাইহে দিব! কাৰো ক্ৰোধ সহ্য কৰিবৰ তাইৰ কি গৰজ! তাই পাহৰি পেলালে যে অলপ আগতে তাই বহি বহি স্বামীৰ মৰম আৰু মঙ্গলৰ কথাই চিন্তা কৰি আছিল। ভিতৰে ভিতৰে খঙতে জ্বলি-পকি মুখেৰে একো নমতাকৈয়ে ৰৈ গ'ল।

—"কিহে, মাতিবও নোৱাৰা নেকি?"

সুনন্দাই এইবাৰো নামাতিলে।

—"বাৰু ঠিক আছে, তেতিয়াহলে আমি কোনেও নাখাওঁ।"—এই বুলি অলপ জোৰ জোৰ কৈ কালিন্দীচৰণে খটখটীত ভৰি ৰাখি উভতি গুচি গ'ল।

নিজৰ দলত কালিন্দীচৰণ বৰ উগ্ৰ বুলি জনাজাত নহয়। বৰং কিছু দূৰ উদাৰ-পন্থী বুলিহে এওঁক ধৰা হয়। দলৰ বেছি ভাগ সদস্যই অবিবাহিত। কালিন্দীচৰণ কেৱল বিবাহিতেই নহয় তেওঁ এটি মৃত সন্তানৰো পিতৃ। তেওঁৰ কথাক দলৰ লোকে সন্মান কৰে। অৱশ্যে কিছুমান লোক তেওঁৰ সবলতাৰ কাৰণে রুষ্টও। তেওঁ দলৰ বিবেকৰ প্ৰতিনিধি আৰু উষ্ণতা প্ৰশমিত কৰোতা।

তৰ্ক এই কথাটোত হৈছিল। কালিন্দীচৰণৰ মতে আমি সকলোৰে বিপ্লৱৰ পথ লাহে লাহে এৰি দিব লাগে। "বিপ্লৱৰ দ্বাৰা বিবেক

সংকুচিত হৈ পৰে বা তাৰ দ্বাৰা মানুহৰ উত্তেজনা ক্ৰমাত বৃদ্ধি পায়, নাইবা তাৰ ভয়ত সি নত হৈ থাকে। এই দুয়োটা স্থিতিয়ে ভাল নহয়। আমাৰ লক্ষ্য হ'ল বুদ্ধিক চাৰিওফালৰ পৰা জাগ্ৰত কৰা—তাক আতঙ্কিত কৰা নহয়। চৰকাৰে ব্যক্তি আৰু ৰাষ্ট্ৰৰ বিকাশৰ উৰ্দ্ধত থাকি তাক দমাই ৰাখিবলৈ বিচাৰে। আমি বিকাশৰ এই অৱৰুদ্ধতাক আঁতৰাব খোজো—ইয়াক মুক্ত কৰিবলৈ বিচাৰোঁ। বিদ্ৰোহৰ দ্বাৰা সেই কাম নহ'ব। যি শক্তিৰ বলত উন্মত্ত, সেই সকলৰ প্ৰতি আমাৰ আচল কামটো হ'ল তেওঁলোকৰ সেই অহংকাৰ বা উন্মত্ততাক প্ৰশমিত কৰি তেওঁলোকৰ মানসত কৰ্ত্তব্যৰ ভাৰ জাগ্ৰত কৰা। আমি স্বীকাৰ কৰোঁ যে অহংকাৰে প্ৰতিৰোধৰ খুন্দাত আঘাত পাইহে নামি আহিব। সেই আঘাতটো দিবৰ বাবে আমি অৱশ্যে সাজু থাকিব লাগিব। কিন্তু এই ধৰণৰ খকা-খুন্দাবোৰ একো ভাল নহয়। ইয়াৰ দ্বাৰা সত্তাৰো কোনো অপকাৰ নহয়—বৰং সি তাৰ ঔচিত্যৰ কাৰণে সন্তুষ্টিহে লাভ কৰে।

কিন্তু সুনন্দাৰ ওচৰৰ পৰা উভতি অহাৰ পিছত দেখা গ'ল যে কালিন্দীচৰণ আগৰ দৰে নিজ মতত বৰ দৃঢ় নহয়। এওঁ এতিয়া এইটোও মানিবলৈ সাজু হ'ব পাৰে যে লক্ষ্যত উপনীত হ'বৰ কাৰণে বিদ্ৰোহৰ পথো ল'ব পৰা যায়। "এৰা"—এওঁ ক'লে—"এইটো ঠিক যে আমি কিছু কাম কৰা উচিত হ'ব।" লগতে ক'লে—"আপোনালোকৰ ভোক লগা নাই জানো? তেওঁৰ গা আজি ভাল নহয়—সেইবাবে খোৱাৰ ব্যৱস্থা ইয়াত নহ'ল। কোৱাচোন কি কৰা উচিত হ'ব—কোনোবা এখন হোটেললৈকেই যাওঁ ; নহয় জানো?"

এজনে কলে—"তাতকৈ বজাৰৰ পৰা কিবা অলপ অনাই লোৱাই হওক।" দ্বিতীয় এজনে কলে—"হোটেললৈ যোৱাটোৱেই ভাল হ'ব।" এইদৰে এওঁলোক কথাত ব্যস্ত থাকোঁতেই সুনন্দাই এখন ডাঙৰ কাঁহীতকৈ খোৱা সামগ্ৰীবোৰ লৈ আনি মাজতে থলে। সেইবোৰ তাতে তেনেকৈ থৈ তাই মাত-বোল নোহোৱাকৈ আঁতৰি গুচি



গ'ল। তাৰ পিছত আকৌ তেনেদৰে আহি চাৰি গিলাচ পানী ওচৰতে থৈ আকৌ সেইদৰে মাতবোল নোহোৱাকৈ আঁতৰি গুচি গ'ল।

কালিন্দীচৰণক যেন কোনোবাই ছুটুকুৰা কৰিহে কাটিলে।

তিনিও বন্ধুৰ মাতবোল সকলো হৰিল। তেওঁলোকে এইটো অনুভৱ কৰিলে যে পতি-পত্নীৰ মাজত কিবা এক অথন্তৰ ঘটিছে। শেষত এজনে কৈয়ে পেলালে—"কালিন্দী, তুমি দেখোন কৈছিলা—খোৱাৰ ব্যৱস্থা নাই ......।"

কালিন্দীচৰণে অলপ লজ্জিত ভাবেৰে ক'লে—"মোৰ কোৱাৰ অৰ্থ আছিল যথেষ্ট নাই।"

দ্বিতীয়ে জনে ক'লে—"যথেষ্ট হৈছে। সকলো খিনিয়ে কামত লাগি যাব।"

"চাওঁ আৰু অলপ হয় যদি"...বুলি কৈ কালিন্দীচৰণ উঠি গ'ল। গৈ সুনন্দাক ক'লে—"তোমাক কোনেনো খানা তালৈ লৈ যাবলৈ কৈছিল! মই কি কৈছিলোঁ তোমাক?"

সুনন্দাই একো নামাতিলে।

—"ব'লা, কাঁহী ঘূৰাই লৈ আহাঁ। আমি কোনোৱে ইয়াত নাখাওঁ। আমি হোটেললৈ যাম।"

সুনন্দাই তথাপি একো নামাতিলে। কালিন্দীচৰণ কিছু সময় মুখ ওন্দোলাই থিয় হৈ আছিল। তেওঁৰ মনলৈ, এনেকি ওঠলৈও নানা কথাই আহিছিল। তেওঁ অপমান বোধ কৰিছিল আৰু এই অপমান তেওঁৰ বাবে অসহ্য আছিল।

তেওঁ ক'লে—"শুনিছানে নাই?"

সুনন্দাই মুখ ওভোতাই ল'লে।

—"তেনেহলে মই ইয়াত বলকি থাকিবৰ বাবেই আছো নেকি?"

সুনন্দাৰ ভিতৰে ভিতৰে উশাহ-নিশাহ বন্ধ হৈ আহিছিল।

"মই সুধিছো, মই কৈ গৈছিলোঁ যেতিয়া খোৱা বস্তুবোৰ তালৈ লৈ যোৱাৰ কি দৰ্কাৰ আছিল?"

সুনন্দাই মুখ ঘুৰাই নিজকে সংযত কৰি লাহেকৈ ক'লে—"নোখোৱা নেকি ? এক বাজি গ'ল দেখোন !"

কালিন্দীচৰণ লাহে লাহে নিৰস্ত হ'বলৈ ধৰিলে । তেওঁৰ বৰ বেয়া লাগিল। অলপ ধমকিৰ সুৰতে সুধিলে—"আৰু কিবা আছে নে নাই ?"

সুনন্দাই সৰুকৈ ক'লে—"আচাৰ লৈ যোৱা ।"

—"তেনেহ'লে ৰুটি আৰু নাই ? বাৰু আনা আচাৰ ।"

সুনান্দই আচাৰ আনি দিলে আৰু কালিন্দীচৰণ আচাৰ লৈ গুছি গ'ল।

সুনন্দাই নিজৰ কাৰণে এখনো ৰুটি ৰখা নাছিল। তাইৰ মনতে নপৰিল যে তায়ো খাব লাগিব। এতিয়া কালিন্দীচৰণ আঁতৰি যোৱাৰ লগে লগে তাইৰ মনত পৰিল যে তাইৰ কাৰণে একোৱে ৰখা নহ'ল। নিজেই তাই অসন্তুষ্ট হ'ল। তাইৰ মন কঠোৰ হ'ল। এই কাৰণে নহয় যে কিয় তাই নিজৰ কাৰণে এখনো ৰুটি নাৰাখিলে। ইয়াৰ দ্বাৰা তাইৰ মনত এক অভিমানৰ ভাৱ জাগ্ৰত হৈছিল। মন এই কাৰণেই কঠোৰ হৈছিল যে তাই এই ধৰণৰ কথা কিয় ভাবে ? ছিঃ এইটোও এটা চিন্তাৰ কথা নে ? লগে লগে তাইৰ মনলৈ এটা দৃঢ়তা আহিল। হঠাৎ তাইৰ মনত এই কথাটোহে লাগিল যে এবাৰো তেওঁ এইটোও নুসুধিলে যে তুমি কি খাবা ? মই জানো এইটো সহ্য কৰিব পাৰিলোঁহেতেন যে মই খাওঁ আৰু তেওঁৰ বন্ধুহঁতে ভোকতে থাকক ? কিন্তু এইটো সুধিলেনো কি হ'লহেঁতেন ! এই কথা খিনিয়ে তাইৰ মন ভাঙি পেলালে। যেন যিখিনি তাইৰ মান-অভিমান আছিল তাকো ভৰিৰে মোহাৰি পেলোৱা হ'ল। কিন্তু তাই লাহে লাহে নিজকে নিজে অপমানিত বুলি গন্য কৰি লৈ কৈছিল—ছিঃ সুনন্দা, তই সাধাৰণ কথা খিনিকে এতিয়ালৈ ধৰি আছো ? তইতো আনন্দিত হোৱা উচিত যে তেওঁৰ কাৰণে এসাজ লঘনে থকাৰ পুণ্য অৰ্জন কৰাৰ সুবিধা পাইছো ? মই কিয় তেওঁক অসন্তুষ্ট কৰিম ? এতিয়াৰ পৰা মই তেওঁক



অসন্তুষ্ট নকৰোঁ। কিন্তু তেওঁ নিজৰ শৰীৰৰ প্ৰতিওতো দৃষ্টি নাৰাখে। এইটো ভাল কথা নহয়। মই কি কৰোঁ ?

আৰু তাই বাচন চাফ কৰাত লাগি গ'ল। তাইৰ কাণত পৰিল—সিহঁতে আকৌ বৰ ডাঙৰ ডাঙৰ মাতেৰে তৰ্ক কৰাত লাগিছে। মাজে মাজে হাঁহিৰ বোলো কাণত পৰিছিল। এবা, হঠাতে তাইৰ মনলৈ আহিল—বাচন দেখোন পিছতো মাজিব পৰা হ'ব। যদি তেওঁলোকক কিবা দিব লগীয়া হয়। এই কথা ভাবি তাই লৰা লৰিকৈ হাত-মুখ ধুই দুৱাৰৰ দেৱালত লাগি থিয় হৈ থাকে।

এজন বন্ধুৱে সুধিলে—"আচাৰ আৰু অছে নে ? অলপ আচাৰ আৰু আনিবলৈ কোৱা বন্ধু !"

কালিন্দীচৰণ অভ্যাসতে ডাঙৰকৈ চিঞৰি মাতিলে—"অলপ আচাৰ আনিবা। আচাৰ !" যেন সুনন্দা ক'ৰবাত বহুত দূৰতহে আছে ! তাই দেখোন বাহিৰৰ বেৰতে লাগি থিয় হৈ আছে। তাই মাতবোল নকৰাকৈ আচাৰ খোৱা মেজত আনি থলে।

যেতিয়া তাই উভতি যাবলৈ ধৰিলে তেতিয়া কালিন্দীচৰণে অলপ স্নিগ্ধ-বাণীৰে ক'লে—"অলপ পানীও আনিবাচোন !"

সুনন্দাই পানী আনি দিলে। তাৰ পিছত তাই গৈ আকৌ বাহিৰৰ দুৱাৰ মুখৰ ওচৰৰ বেৰত লাগি থিয় হৈ থাকিল—যাতে কালিন্দীচৰণে কিবা খুজিলে তৎক্ষণাত আনি দিব পাৰে।

———

# কুকুৰৰ নেজ

—যশপাল

শ্ৰীমতীয়ে কেবাদিনৰো পৰাই কুতুৰি আছিল—চাৰিওফালে দেখোন 'উল্টা হাৱা' (ওভোটা বতাহ) ফিল্মখনৰেই প্ৰশংসা, আমাৰো চাব পৰা হলে বেয়া নাছিল।

ফিল্মখন চোৱাত আপত্তি নাছিল, কিন্তু চিনেমা চোৱাৰ সময়লৈকে অৰ্থাৎ চাৰে ছয় বজালৈ অফিচৰ কামৰ পৰাই মূৰ তুলিব নোৱাৰো দেখোন! দ্বিতীয় 'স্বো' চোৱাৰ অৰ্থ পলমকৈ শোৱা, টোপনি সম্পূৰ্ণ নোহোৱা, পিচদিনাখন ভালদৰে কাম কৰিব নোৱাৰা। কিন্তু "উল্টা হাৱা" ফিল্মখন যেতিয়া সপ্তম সপ্তাহৰ বাবেও চলিল, তেতিয়া ভাবিলোঁ যিকোনো উপায়েৰে ফিল্মখন চাবই লাগিব।

ৰাতি চাৰে বাৰ বজাত চিনেমা হ'লৰ পৰা ওলাই আহোতে টাঙ্গাৰ 'ৰেট' বাঢ়ি যায়। এক বা দুই অনা বঢ়ালেও বিশেষ আপত্তিৰ কাৰণ নাথাকে। কিন্তু সিহঁতৰ বাহাদুৰী দেখি এইটোকে ঠিক কৰিলোঁ যে খোজ কাঢ়িয়েই যাম! জোনাক ৰাতি। ভাগ্যক্ৰমেহে এনেকুৱা ৰাতি খোজকাঢ়ি ফুৰাৰ সুযোগ পোৱা যায়।

ফটফটীয়া জোনাকৰ পোহৰত প্ৰায় জনশূন্য বাটটোৰে নিজৰ ছুটি ছাঁৰ ওপৰত খোজ পেলাই পেলাই গৈ আছিলোঁ। ফিল্মখনৰ বাস্তৱিকতা সম্পৰ্কে আৰু তাৰ কলাকুশলতা সম্পৰ্কে দুয়োৰে মাজত আলোচনা চলিছিল। তিৰোতাৰ লগত কলা সম্বন্ধে আলোচনা কৰিব পাৰি যদি দুয়োৰো মাজত নতুনকৈ চা-চিনাকি হয়, কিন্তু নিজৰ



তিৰোতাৰ লগত যাৰ প্ৰত্যেকডাল নাড়ী-নক্ষত্ৰৰ লগতে পৰিচয়, তেওঁৰ সৈতে তৰ্ক বা আলোচনা-বিলোচনা কৰিয়েই বা কি ৰস পোৱা যায়!

শ্ৰীমতাৰ বৰ আপত্তি, মই সকলোৰে লগত কেৱল তৰ্কই কৰো, তেওঁৰ সৈতে আলোচনা-বিলোচনা নকৰোঁ। মই তেওঁক যোগ্য বুলিয়েই নাভাবোঁ। এই অভিযোগৰ অৱশ্যে এটা বঢ়িয়া উত্তৰ আছে।

—যিজন ব্যক্তিৰ লগত সম্পূৰ্ণ মিল থাকে, তেওঁৰ লগত জানো তৰ্ক কৰা সম্ভৱ?

—মোৰ উত্তৰ শুনি শ্ৰীমতী অসন্তুষ্ট হোৱা নাছিল। বৰং চতুৰ বুলি ভবা গিৰীয়েকৰ চিন্তাৰ লগত নিজৰ চিন্তাৰ সমতা স্থাপন কৰিব পৰা বাবে তেওঁ নিজকো চতুৰ বুলি ভবাৰ প্ৰয়াস পাইছিল। কিন্তু আনৰ ওপৰত তৰ্কৰ বাণ প্ৰয়োগ কৰাৰ আগেয়ে স্বামী নামৰ বালিৰ বস্তাৰ ওপৰত অন্ততঃ কিছুদিন অনুশীলনৰ প্ৰয়োজন আছিল। এইবাৰে এদিন ৰুষ্ট হৈ কৈছিল—"তৰ্ক নকৰিলেও কথাতো পাতিব লাগে! মোৰ লগত দেখোন কথাও নাপাতা?"

সেই সময়ত স্বামী হোৱাৰ কৰ-শোধাবৰ বাবে নিজৰ তিৰোতাৰ লগত কলা-সম্বন্ধে নানান আলোচনা কৰি জোনাক ৰাতিটোৰ মাধুৰ্য্য নষ্ট কৰিছিলোঁ মাথোন। মই অনৰ্গল কৈ গৈছিলোঁ আৰু তেওঁ উঁ-আঁ কৰি হামিয়াই হেকেটিয়াই গৈ আছিল। হঠাতে তেওঁ চিঞৰি উঠিল—"হেৰা এইফালে চোৱা।"

গিৰীয়েকে ঘৈণীয়েকক নিজৰ কলা সম্পৰ্কীয় বক্তৃতাৰ ভাল "গুণগ্ৰাহী" যেন নাপাই দাঁত কৰচি নিজৰ খং নিজতে মাৰ নিয়ালে। 'বজাই সাধু কয়, ৰাণীয়ে ওকণি চায়' প্ৰবাদটো মনত পৰাত নিজেই সান্ত্বনা লভিলে।

পত্নীৰ নিৰ্দেশত সেই পিনে চালোঁ।

সেইখন এখন সৰু মিঠাই দোকান আছিল। ক্ৰয়-বিক্ৰয় শেষ হৈছিল, এটা বিজুলী চাকি তেতিয়াও জ্বলি আছিল। মালিকে দোকানৰ খাটত বহি বেৰত হেলান দি টোপনিয়াই আছিল।

দোকানৰ ওচৰতে আলিবাটত কেইটুকুৰামান ইটাৰ সহায়ত কেৰাহী এটা থিয় কৰি ৰখা হৈছিল। কেৰাহীটো মাজি মাজি সৰু লৰা এটাই সেইভাবেই টোপনি গৈছিল। বংলাগি থকা চোচোৰাখনেৰে সৈতে এখন হাত পৰি আছিল। আনখন হাত কেৰাহীৰ হাতোৰাখনত লাগি আছিল। কেৰাহীটো ঘঁহি থাকোতেই লৰাজনে টোপনিয়াইছিল আৰু মেলি থোৱা হাতখনৰ ওপৰতে মূৰটো থৈ শুই পৰিছিল।

কুকুৰ এটাই কেৰাহীৰ কাষত লাগি থকা সৰবোৰ চেলেকি আছিল। গোটেই পৰিস্থিতিটো বুজিবৰ বাবে মই যত্ন কৰিলোঁ। শ্ৰীমতীয়ে অলপ কাতৰ স্বৰে খঙেৰে ক'লে—"অত্যাচাৰ দেখিছা।··· ল'ৰাটোৰ বয়সেইবা কিমান হৈছে, তাকো এই ৰাতি এক বজাত যিটো কেৰাহী সি লৰাবই নোৱাৰে তাকে মাজিব দিছে।"

শ্ৰীমতীয়ে মোৰ বাহুত থোৱা হাতখনত কিছু ভৰ দি কেৰাহীটোৰ ফালে হাউলি লৰাটোক গাত ধৰি মাতিবলৈ ধৰিলে।

লৰাটোৱে চকুখাই তৎক্ষণাত চোচোৰাপাতেৰে কেৰাহীটো মজাত লাগিল, কিন্তু শ্ৰীমতীৰ মাত শুনি নিদ্ৰালু চকুৰে তেওঁৰ ফালে চালে।

শ্ৰীমতীয়ে ক'লে—"হায়! মানুহবো যে কি শিলৰ দৰে অন্তৰ! এনে কোমল বয়সীয়া লৰাকো বেচি খায়! সেই ৰাক্ষসটোকে নোচোৱা কিয়, লৰাটোক কামত খটুৱাই মাৰিছে আৰু সি নিজে আৰামেৰে টোপনিয়াইছে। শ্ৰীমতীয়ে লৰাটোক হাতত ধৰি নিজৰ লগত লৈ আহিল। ফিল্ম আৰু কলাৰ চৰ্চা শ্ৰীমতীৰ কৰুণা আৰু ক্ৰোধৰ প্ৰবাহত উটি গ'ল।

ওকালতি সম্বন্ধীয় চাকৰি কৰাৰ কাৰণে আইনৰ কথা মনত পৰিল। সেয়ে শ্ৰীমতীক বুজালোঁ—"কম বয়সৰ লৰাক তাৰ মাক-বাপেকৰ অনুমতি নোলোৱাকৈ এইদৰে 'আনিলে পুলিচে দিগদাৰ কৰিব পাৰে।"

বজা আৰু সমাজৰ আইনতকৈ তিৰোতাৰ আইন একাচেকা বিধৰ।



গিৰীয়েক বিনা দ্বিধাই ঘৈণীয়েকৰ সকলো হুকুম মানিব লগাত পৰে। শ্ৰীমতীয়ে নিজৰ আইনমতে ক'লে—"মাক-বাপেক আহি ইয়াক লৈ যাওক, আমিনো ল'ৰাটোক ক'ত পলুৱাই আনিছো! ল'ৰাটোৰ ওপৰত ইমান অত্যাচাৰ কৰাটো জানো ভাল হৈছে? এইবোৰ কেনে আইন?"

মহাজনে কলাঘুমটি মাৰি আছিল আৰু আমি লৰাটোলৈ আহিছিলোঁ। তেওঁ একো কিয় নক'লে কব নোৱাৰিলোঁ। বোধহয় কোনোবা ডাঙৰ চৰকাৰী বিষয়া বুলি ভাবি একো নামাতিলে।

লৰাটোক সোধোতে জানিব পৰা গ'ল যে তাৰ মাক-বাপেক নাই, দুয়ো মৰিল। কোনোবা এজন দূৰৰ আত্মীয়ই তাক মহাজনৰ তাত থৈ গৈছে।

দ্বিতীয় দিনা মহাজন ঘৰৰ চৌহদত আহি উপস্থিত হ'ল আৰু কলে যে এনেয়েতো আপোনালোকেই তাৰ মাক-বাপেক, কিন্তু লৰাটোক এইদৰে লৈ অহাটো মেমচাহাবৰ বাবে অনধিকাৰ হৈছে। লৰাটোৰ বাপেকে মহাজনক ষাঠি টকা দিব লগা আছিল। পিছে তেওঁ মৰিল। মহাজনে হেনো নিজৰ গাঠিৰ ধন ভাঙি লৰাটোক খুৱাই-ধুৱাই ৰাখিছিল। লৰাৰ কাম কৰিবলৈ বয়সেইবা কিমান? দোকানৰ পৰা ঘৰলৈ বস্তু অনা নিয়া কৰে—তাকো মেমচাহাবে লৈ আহিছে। মহাজনে চাৰিওফালে কেৱল বিৰক্তিয়েই পাইছে। সুদ এৰিলেও তাক ষাঠি টকা, নহ'লে লৰাটোকেই লাগে।

শ্ৰীমতীয়ে বাৰাণ্ডালৈ আহি জুতাৰ হিলেৰে এটা শব্দ কৰি ভ্ৰূ কোঁচাই কলে—"অল ৰাইট।" তাৰ পাচত বোধহয় তেওঁ কব খুজিছিল, "ষাঠি টকা লৈ যোৱা।"

বৰ বিপদসঙ্কুল পৰিস্থিতি এটা দেখি মাত লগাব লগাত পৰিল—"মহাজন, যি হ'ল হ'ল, এতিয়া গুছি যোৱা, নহ'লে লৰাটো পলুৱাই অনাবুলি 'ক্ৰুৰেল্‌টি টু চিল্ড্ৰেন" শিশুৰ প্ৰতি কৰা নিৰ্দ্দয়তাৰ বাবে ফাটেকলৈ যাব লাগিব।"

চৌহদৰ পৰা ওলাই যোৱা মহাজনৰ পিঠিৰ পৰা দৃষ্টি আঁতৰাই

শ্ৰীমতীয়ে বিজয় গৰ্বেৰে মোৰ ফালে চালে। তেওঁৰ অভিপ্ৰায়— দেখিলা, তুমি মিছাতে ভয় খাইছিলা। আমি কেনেকৈ সকলো সমস্যা সমাধান কৰি ললোঁ। তুমি একো নুবুজা।

*　　*　　*

লবাটোৰ নাম আছিল হৰুৱা। শ্ৰীমতীয়ে ক'লে এই নামটো ঠিক নহয়। তেওঁ নাম দিলে হৰীশ। লবাটোৰ ককালত সৰু কাপোৰ এডোখৰ ওলমি আছিল। বাকী গাটোত আছিল কেৱল মলিৰ আৱৰণ। মূৰৰ চুলি গলধন আৰু কাণৰ ওপৰলৈ ওলমি আছিল। হৰীশৰ শৰীৰৰ মলবোৰ চাবোনৰ ফেনত ভাঁহি গ'ল। তাৰ মাজৰ পৰা এটা মিঠাবৰণীয়া লবা ওলাই পৰিল। দাৰোৱানটোৰ লগত চেলুনলৈ পঠিয়াই চুলি কেইডাল চুটি কৰি কটাই অনা হ'ল। বিশুৰ কাৰণে এখন নতুন ফণি আনি হৰীশক পুৰণিখন মূৰ আচুৰিবলৈ দিয়া হ'ল। বিশুৰ কাপোৰ হৰীশৰ কামত লাগিলহেঁতেন যদিও দুয়োৰে মাজত চাৰি বছৰৰ পাৰ্থক্য আছিল। যিয়েই নহওক, এসপ্তাহৰ ভিতৰত হৰীশৰ কাৰণে আকাশী নীলা ৰঙৰ তিনিটা চোলা আৰু হাফপেণ্ট চিলাই অনা হ'ল। অসুবিধা পালেও সি জোতা মোজা পিন্ধিব লগাত পৰিল। শ্ৰীমতীয়ে গম্ভীৰ সুৰত ক'লে— "আন লোকৰ দৰে তাৰো দেহত সেই একেই ৰক্ত-মাংস আছে।" তেওঁৰ ইঙ্গিত আছিল লবা বিশুৰ প্ৰতি। কিন্তু এইবোৰ কোৱাৰ কাৰণ আছিল বিশু যে মোৰ লবা।

শ্ৰীমতীয়ে ক'লে—"এই লবাটোৰো বুদ্ধি আছে। ইয়ো মানুহৰ সন্তান, ইয়াক মানুহ কৰা আমাৰ পৰম কৰ্ত্তব্য।"

হৰীশে কিবা এটা ভাল কাম কৰিলে আনন্দেৰে আহি তেওঁ মোক জনায়—"লবাটোৰ স্বাভাবিক প্ৰতিভা আছে। সুবিধা পালে সি কি কৰিব নোৱাৰিব ? আমেৰিকাৰ প্ৰেচিডেণ্ট হোৱা সেই কুলিটোৰ কি যে নাম আছিল······! সুবিধা পালে মানুহে উন্নতি কৰিব নোৱাৰিব কিয় ?

চাৰি বছৰীয়া লবাৰ মাজতো তাৰ বংশ মৰ্য্যদাৰ গৌৰৱ থাকে।



বিশুই নিম্ন শ্ৰেণীৰ লৰা এটাই সমান অধিকাৰ পোৱা দেখি, নিজৰ মাকক তাৰ মূৰত হাত ফুৰোৱা দেখি আৰু হৰীশক আপোন হিচাবে ব্যৱহাৰ কৰা দেখি তাৰ বৰ ঈৰ্ষা হয়। সি কেতিয়াবা কান্দি দিব খোজে আৰু কেতিয়াবা তাক দুই এক থাপৰো মাৰে। বিশুৰ ব্যৱহাৰ দেখি শ্ৰীমতীয়ে দুখীয়াৰ আৰু মানৱতাৰ প্ৰতি অপমান বোধ কৰে।

এনে ধৰণৰ ব্যৱহাৰ নকৰিবলৈ শ্ৰীমতীয়ে বিশুক দঢ়াই দঢ়াই উপদেশ দিয়ে। হৰীশক সাহস দি কয় যেন কোনো অৱস্থাতে সি নিজকে হেয় বুলি নাভাবে।

কিন্তু প্ৰতিটো ক্ষেত্ৰতে হৰীশে সঙ্কোচ বোধ কৰে, থোঁত-মোচ খায়। ওচৰলৈ নাহি দূৰতে থাকে। তাৰ চকুত বিশুৰ খেলৰ পুতলাবোৰৰ প্ৰতি লোভ জিলিকি উঠে; শ্ৰীমতীয়ে তাক সাহস দি বিশুৰ সৈতে একেলগ কৰি দিয়াৰ যত্ন কৰে। কেবাবাৰো তেওঁ আপত্তি কৰিলে, বিশুৰ দৰে হৰীশৰ প্ৰতি মোৰ কিয় আপোন ভাব নাই। শ্ৰীমতীৰ লগত তৰ্ক কৰাৰ বা আইনৰ দোহাই দিয়াৰ লাভ নাই বাবে মনে মনে থাকোঁ।

হৰীশৰ প্ৰতি সহানুভূতি আৰু মানুহ কৰাৰ ইচ্ছা থকা স্বত্বেও শ্ৰীমতীৰ বিশ্বাস জন্মাব নোৱাৰিলোঁ। অৱশ্যে মোতকৈ হৰীশৰ প্ৰতি তেওঁৰ মৰম আৰু যত্ন বেছি আছিল।

শ্ৰীমতীৰ আপত্তি আছিল—হৰীশে কিয় তেওঁৰ ওচৰলৈ আহি কোনো বস্তুৰ বাবে জেদ নাপাতে। তেওঁ ভাবিছিল ইয়াৰ মূলতে মোৰ প্ৰতি হৰীশৰ ভয়।

এদিন নিজৰ বুদ্ধিমতা আৰু গভীৰ অনুভূতিৰ নিদৰ্শন স্বৰূপে ক'লে—পুৰুষে সিদ্ধান্ত আৰু তৰ্কৰ দীঘল দীঘল বক্তৃতা দিব পাৰে, কিন্তু হৃদয় উজাৰি দিব নোৱাৰে। ভাবিলোঁ শ্ৰীমতীক সহৃদয় হোৱাৰ কৃতকাৰ্য্যতাৰ বাবে তেওঁৰ হৃদয়ৰ বিশালতা অনুভৱ কৰিবলৈ মই সহায়ক নোহোৱাটোৰেই মোৰ দোষ।

*　　*　　*

এটি মোকৰ্দমাৰ কাৰণে চোহৰাবৰ সহায়ক হৈ কেদাৰ পুৰলৈ

যাব লগাত পৰিল। বয়স হোৱাৰ লগে লগে প্ৰণয়ৰ আকৰ্ষণ সিমান তীব্ৰ নহলেও, ঘৰৰ চিন্তাই ডেকাকালতকৈ বেছি আমনি কৰে। ইয়াৰ কাৰণ দৈনিক অভ্যস্ততা। যথা সময়ত আৰু যথা স্থানত বস্তুখিনি ঘৰৰ বাহিৰত পোৱা সম্ভৱ নহয়। সেয়ে সকলো ক্ষেত্ৰত নিশ্চিন্তও হব নোৱাৰি।

কেদাৰ পুৰত চাৰিমাহমান থাকিব লগাত পৰিল। তাত সাধাৰণ আয়তকৈ আঢ়ৈ গুণ বঢ়াত সুবিধা অসুবিধাৰ কথা মনত নপৰা হ'ল। শ্ৰীমতীৰ পত্ৰযোগে ঘৰুৱা সম্বন্ধটো চলি থাকিল। সপ্তাহত কেতিয়াবা এখন আহে, কেতিয়াবা দুখন। সাধাৰণ চিঠিবোৰত হৰীশৰ বিষয়ে এটা পেৰাগ্ৰাফ আৰু বাকী এটা পেৰাগ্ৰাফত তাৰ বিষয়ে আলোচনা কৰে। ভাবিলোঁ, মোৰ অনুপস্থিতিত মোৰ অনাদৰৰ পৰা মুক্ত হৈ তীব্ৰ গতিত সি মানুহ হোৱাৰ পথত আগ বাঢ়িছে।

কেইখনমান চিঠিৰ পাছত হৰীশৰ উত্তপ্ত খবৰবোৰ কমি আহিল। তাৰ পাচত আপত্তি আহিল যে সি পঢ়াশুনা নকৰি গলিৰ লেতেৰা ল'ৰাৰ লগত খেলি থাকে। তাৰ পাছত খবৰ আহিল সি হাক-বচন নামানে, বৰ জেদী, ডাল ( কম মগজুৰ )। সকলো সময়তে খাই থাকে বাবে হজম ভাল নহয়।

উভতি আহি ঘৰত বহিছিলোঁহি মাথোন—শ্ৰীমতীয়ে খেঙ্ খেঙাই উঠিল—"সঁচাকৈয়ে তুমি বৰ আচৰিত! ইয়াত আমি চিন্তা কৰি মৰিছোঁ আৰু সিফালে তুমি এখন চিঠিও দিব নোপোৰা। কেনেকৈ ইমান উদাসীন হৈ থাকা? ইফালে ল'ৰাৰ কাঁহ পানী লগা। তিনিবাৰলৈ ডাক্তৰ মাতিব লগাত পৰে। ঘৰত দুজনহে চাকৰ। সিহঁতে ঘৰৰে কাম কৰিব নে ডাক্তৰকেই মাতিবলৈ যাব। ইয়াক নোচোৱা কিয়" হৰীশৰ ফালে ইঙ্গিত কৰি "ডাক্তৰক মাতিব পঠালে ৰাতিপুৱাৰ পৰা দুপৰীয়ালৈ গলিত খেলি ফুৰে। ডাক্তৰক লগ পায় কেনেকৈ? জমীল ডাক্তৰক কোনে নাজানে?"

বিশুক কোলাত লৈ থকা শ্ৰীমতীৰ কাষৰ পৰা হৰীশে মোৰ কাষলৈ আহিব খুজিছিল। এই বয়সত মানুহ ইমান চালাক হয়



জানো, নে বিশুৰ প্ৰতি হৰীশৰ স্নেহ বাঢ়িছিল। নাইবা তেওঁ বিশুক এই কাৰণে চম্ভালি ৰাখিছিল যে সি অকলে খেলিলে ধমক খাব লগাত নপৰিব।

হৰীশক দেখা পাই শ্ৰীমতীয়ে ক'লে—"এই, তাক খেলিব নিদিয় কিয়? তোক দেখোন কেবাবাৰো কলোঁ, বাথৰুমত ভিজা কাপোৰবোৰ পৰি আছে! ওপৰলৈ গৈ মেলি দি আহ।"

হৰীশে সেই আলোচনাৰ মাজৰ পৰা ওলাই যাওঁতে কাতৰ ভাবে পিছলৈ এবাৰ চাই গ'ল। অলপ পাছতে পুনৰ সি উপস্থিত হ'ল। শ্ৰীমতীয়ে তাৰ ফালে চাই ক'লে—"হৰীশ, এইফালে আহ, ঘাঁহৰ বচাকেইডাল পানীত তিয়াই দে। শুন, কোনোমতে পানী নেপলাবি। টুলৰ ওপৰত থিয় দি ভালকৈ তিয়াই দিবি।"

মোৰ ফালে চাই ক'লে—"যি কামেই কৰিবলৈ নিদিওঁ কিয়, সি এবাই ফুৰে।"

—"ইয়াক পঢ়ুৱাবলৈ চোন স্কুলৰ লৰা এটাক চাৰি টকাত বন্দবস্ত কৰিছিলোঁ। সি পঢ়াবলৈ আহে নে নাহে?" মই সুধিলোঁ।

শ্ৰীমতীয়ে বিশুৰ কামিজৰ বুটাম লগাই থাকোঁতেই ক'লে—"বদমাইচটো! কি পঢ়িব সি, সকলো পঢ়া তাৰ শেষ, সকলো সময়তে কেৱল খাওঁ খাওঁ কৰিহে থাকে। এটা বস্তুও ৰাহি কৰিব নোৱাৰি।"

কোঠালৈ হৰীশ নাহিল যদিও জুমি চাই সি দৌৰ দিলে। সি সন্দেহ ভৰা দৃষ্টিৰে কিবাকিবি বিচাৰিলে। ফলৰ টুকুৰীটোৰ পৰা কেইটামান লিচু উলিয়াই শ্ৰীমতীয়ে বিশুক দিলে। সেই সময়ত হৰীশৰ লুভীয়া চকুহাল বিশুৰ হাতত থকা লিচুকেইটাৰ ওপৰত পৰিল।

শ্ৰীমতীৰ খং উঠিল—"সকলো সময়তে লৰাটোৱেই খোৱাৰ ফালে চাই থাকে। জানো কি খাব নোপোৱাটো! ইহঁতক হাজাৰ খুৱালেও ভোক নকমে। ইয়ালৈ আহ।" দুটা লিচু হাতত দি ক'লে—"যা বাহিৰলৈ গৈ খেলি থাকগৈ।"

সিদিনা গধূলি এটা ৰিপদ হ'ল। বাতিপুৱা হৰীশে যিবোৰ কাপোৰ শুকাবলৈ দিছিল, সেইবোৰ বতাহত উৰি গ'ল। শ্ৰীমতীয়ে খঙেৰেই কলে—"তুমিয়েই কোৱা মই কি কৰোঁ! এনেয়েনো কয়নে অচিন কাঠৰ থোবাকো নলগাবা। বুজালেও নুবুজে। ইয়াৰ সঙ্গত থাকিলে বিশুৱে শিকিব কি? এটা ভাল মানুহ আছিলেও, মূৰত উঠিব খোজে। স্কুললৈ পঠিয়াইছিলোঁ। ক'ত পঢ়িব, লৰাৰ লগত যুজি ফুৰে। কাকো খাতিৰ নকৰে। তুমিয়েই তাক লাট চাহাব বনাইছা। মৰিলেও স্বভাৱ নেৰে।"

কি উত্তৰ দিম? গ'ল কথা গুছিল। গধূলি শ্ৰীমতীয়ে বিশুক মোৰ কোলাত দিলে। মোৰ কোলাত বহিলেনো বিশুক কেনে দেখি বোধহয় তাকেই চাব বিচাৰিছিল। হৰীশেও দৌৰি আহি মোৰ কাষত থিয় দি ৰ'ল। 'প'জ'টো নষ্ট হৈ যোৱাত শ্ৰীমতীৰ ভাল নালাগিল।

শ্ৰীমতীৰ খঙটো টিঙি'চকৈ উঠিল—"বান্দৰক লাই দিলে কান্ধত উঠিবই! ইহঁতৰ যিমানেই ভাল চাবা সিমানেই মূৰত উঠে।"

ইয়াৰ কিমানখিনি হৰীশে বুজিলে, কিমান নুবুজিলে নাজানিলোঁ। কিন্তু ইমানখিনি নিশ্চয় বুজিছিল যে তাৰ বিষয়েই আলোচনা হৈছে আৰু সকলোবোৰ তাৰ বিৰুদ্ধে। এই খিনিতো পোহনীয়া কুকুৰ মেকুৰীয়েও বুজে। কথাৰ সুৰতেই ই প্ৰকাশ পায়। হৰীশে ফালৰি কাটি গুচি গ'ল আৰু আঠুৰ ওপৰত থুতুৰীটো থৈ গলিৰ ফালে চাবলৈ ধৰিলে।

ভাবি আছিলোঁ, এইখিনিতেই মন্তব্য দিওঁ আৰু শ্ৰীমতীয়েও যেন বুজি নাপায় যে তেওঁৰ বিৰোধিতা কৰিছোঁ। ক'লোঁ—"জন্তুক মানুহ কৰা টান। ইয়াক আদৰ কৰি কাষলৈ মাতি আনিলে ভাল লাগে। দয়া কৰিলে ই সন্তুষ্ট হয়। কিন্তু যেতিয়া জন্তুটোৱে কোলাত হাতোৰা থৈ মুখ মেলি চেলেকিবলৈ যত্ন কৰে তেতিয়া খঙ উঠে।"

শ্ৰীমতীয়ে ভোৰ-ভোৰাই উঠিল "তেনেহ'লে মই কি কলোঁ।……। তেওঁৰ কথাখিনি শেষ কৰিবলৈ নিদিলোঁ। বুলিছে, নহলে যে কিমান



ব্যাখ্যা শুনিব লগাত পৰিলহেঁতেন। সেই কাৰণে মাজতে ক'লো—ওহো তোমাৰ কথা কোৱা নাইহে। এই কাজিয়াখনৰ কথাহে কৈছোঁ। চৰকাৰ আৰু বনুৱাবোৰৰ কাজিয়াৰ কথা!

খঙৰ মাত্ৰা কিছু কমাই তেওঁ সেই বিষয়ে জানিবলৈ বিচাৰিলে। মই ভাও জোৰা নাইতো, সেয়ে তেওঁ সুধিলে—"সেয়া কি হ'ল?"

উত্তৰ দিলোঁ—"চৰকাৰে বনুৱাবোৰৰ মঙ্গলৰ বাবে আইন পাছ কৰে আৰু যেতিয়া সিহঁতৰ অধিকাৰ বাঢ়ে, সিহঁতে নিজেই সমতা বিচাৰে, তেতিয়া চৰকাৰে আন্দোলন দমনৰ আবশ্যকতা উপলব্ধি কৰে।"

শ্ৰীমতীৰ বিশ্বাস হ'ল—"মই তেওঁৰ বিৰোধিতা কৰা নাই। তেওঁ ক'লে "সেই কাৰণে কুকুৰৰ নেজ বাৰ বছৰলৈ চুঙাত ভৰাই থলেও পোণ নহয়। সিদিনাও সেই মহাজনটোৱে আহি যাঠি টকাৰ কাৰণে ধমক দি গৈছে। এইবোৰ জঞ্জাল চপাই কি লাভ?"

শ্ৰীমতীৰ অভিপ্ৰায় বুজিছিলোঁ যদিও ইয়াৰ উত্তৰ দিয়া সহজ নাছিল। সেই কাৰণে তেওঁৰ ফালে চাই সুধিলোঁ—"তুমি কি কৰ বিচাৰিছ?"

"একো নহয়।" শ্ৰীমতীয়ে খেঙ খেঙাই উঠিল। তেওঁৰ বেজাৰ লাগিছিল—মোৰ অবুজনিখিনিৰ বাবে আৰু আক্ষেপ হৈছিল জন্তুক মানুহ কৰিব নোৱাৰাৰ মিছা অভিমান খিনিৰ বাবে। কিন্তু কিয়েইবা কৰিব পৰা যায়? কুকুৰৰ নেজ এবাৰ কাটি পেলালে তাক আৰু জোৰা লগোৱা সম্ভৱ নহয়। মানৱতাৰ বেঙনি এবাৰ কাবোবাৰ ওপৰত পৰিলে তাকো পশু কৰি ৰখা সম্ভৱ নহয়।

———

# ঠিকা

—বিষ্ণু প্ৰভাকৰ

লাহে লাহে হাঁহি খিকিন্দালিৰ শব্দাবোৰ নীৰৱ হৈ পৰিল। আলহীসকল এজন এজনকৈ বিদায় লৈ যাবলৈ ধৰিলে। ঠিকাদাৰ-হঁতৰ লচপচীয়া ফেশ্যনেবেল ৰাইফহঁত আৰু নিজকে এতিয়াও যুৱক বুলি ভবা সৰু সৰু অফিচাৰহঁতৰ আদ-বয়সীয়া গিৰীহঁতনীবোৰে হি-হি-হু-হু কৈ চাবিওফালে জকমকাই অভিমান ভৰা খোজেৰে গুচি গ'ল। কিন্তু ৰোশনলালৰ পত্নী তেতিয়ালৈ আহি পোৱা নাই। কেইবা বাৰো ৰোশনলালে মাজতে উঠি হোটেলৰ বাহিৰলৈ গৈছিল। খোৱা-বোৱা আৰু কথা-বতৰাৰ মাজতো, তেওঁৰ দৃষ্টি পোনে পোনে দুৱাৰ মুখতহে নিবিষ্ট আছিল—কিন্তু ৰোশনলালৰ চকুৱে সন্তোষক হ'লে ক'তো বিচাৰি নাপালে। সন্তোষে যে এই পাৰ্টিৰ কথা নাজানে তেনেওতো নহয়—বৰং তাইহে ৰোশনলালক এই পাৰ্টীৰ কথা কেইবাবাৰো মনত পেলাই দিছিল! আজি ৰাতিপুৱা বিশেষ ভাবে তাই কৈছিল—"ৰাজকিশোৰে আবেলি 'ৰেনগাৰ'ত পাৰ্টী দিব। নাপাহাৰিবা আকৌ।"

—"তুমি নাযাবা জানো?"

—"নাযাম কিয়—কিন্তু তোমাৰ লগত নহয়।"

—"কেলেই?"

—"এগৰাকী বান্ধৱীক লগ পাব লগীয়া আছে। মই তাৰ লৈকে যাম।"

ইমানখিনি কৈও তাই নাহিল! পাৰ্টীত ফুৰাতো তাইৰ বৰ চখ, বিশেষকৈ হোটেলত দিয়া পাৰ্টীলৈ তাই হেজাৰ বাধা নেওচিও আহে।



ৰোশনে মনতে বৰ আঘাত পালে। তাৰ খঙো উঠিছিল, তথাপি বাহিৰৰ পৰা তেওঁক একেবাৰে প্ৰতিক্ৰিয়াহীন যেন লাগিছিল। কেৱল ইমানেই নহয়—হাঁহি খিকিন্দালিৰে সাধাৰণতে পাৰ্টীবোৰত কৰাৰ দৰে উপস্থিত তিৰোতাবোৰৰ বিষয়ে লাগ বান্ধ নোহোৱা কথা ক'বলৈও তেওঁ পাহৰা নাছিল। ৰাষ্ট্ৰীয় আৰু অন্তৰ্ৰাষ্ট্ৰীয় সমস্যাৰ ওপৰত নানা মতামত দিছিল। কিন্তু নিজৰ পত্নীৰ অনুপস্থিতিৰ সমিধান তেওঁ উলিয়াব নোৱাৰিলে।

এজন বন্ধুৱে হাঁহি হাঁহি ব্যঙ্গ কৰি ক'লে—"ৰোশন আৰু সন্তোষ সঁচাকৈয়ে আদৰ্শ দম্পতী। এজনে আনজনৰ স্বাধীনতাৰ ওপৰত হেতা-ওপৰা নকৰে।"

দ্বিতীয় এজনে ক'লে—"কৰিবও নালাগে। পতি-পত্নী দুয়ো সমান সমান অংশীদাৰ।"

তৃতীয় ঠিকাদাৰ বন্ধু অলপ গম্ভীৰ আছিল। তেওঁ ক'বলৈ ধৰিলে—"কথাতো ঠিকেই, পিছে তিৰোতা তিৰোতাই। সিহঁতক স্বতন্ত্ৰতা লাগে যিমানেই দিয়া—জৰী ডাল কিন্তু নিজৰ হাতত ৰাখিব লাগিব।"

কথাখিনি শেষ হোৱাৰ লগে লগে হাঁহিৰ খলকনি উঠিল আৰু এই হাঁহিয়ে ৰোশনলালৰ বুকুত শেলে বিন্ধা দিলে। আবেগতে তেওঁ কঁপিবলৈ ধৰিলে; মুখখন একেবাৰে ৰঙা-চিঙা পৰি উঠিল আৰু এনে লাগিল যেন তাৰ পৰা কেনেবাকৈ পলাব পাৰিলেই ৰক্ষা। কথাবোৰ কিন্তু একেবাৰে সঁচা আছিল। দেখাত তেওঁ বেচ হাঁহিলে আৰু ক'লে—"নহয় ডাঙৰীয়া, মই বাজীকৰ নে যে বান্দৰী নাচ নচুৱাম?"

হাঁহিৰ খলকনি আৰু জোৰেৰে উঠিল। তাৰ মাজতে এগৰাকী মহিলাই ক'লে—"অলপ সাৱধানে চলিব—এইটো গণতন্ত্ৰৰ যুগ। এতিয়া বান্দৰীয়েও বাজীকৰক নচুৱাব ধৰিছে।"

—"প্ৰভেদ একো নাই। দুয়ো এডাল ৰচাৰে বন্ধা আছে আৰু দুয়োয়ে পৰস্পৰে এইটো বুজে যে ইজনে সিজনক নচুৰাই আছে"—অন্যজনে অট্টহাস্য কৰাৰ দৰে ক'লে।

—"একেবাৰে ঠিক—ঠিকেই কৈছে আপুনি। ইয়ৰি নামেই বিয়া আৰু বিয়া হ'ল এটা ঠিকা।"

সেই ভদ্ৰলোকে বাক্যটো পূৰ কৰিছিলহে মাথোন তেনেতে এগৰাকী একৰকম যুৱতী মহিলাই তীব্ৰভাবে ক'লে—"সোপাটো! আপোনালোকেহে তেনেকৈ ভাবে—আৰু সেই কাৰণেই তালাকৰ প্ৰয়োজন হয়। নাৰী এতিয়া আৰু পুৰুষৰ দাসী হৈ নাথাকে···।"

তাৰপৰা তেওঁ উঠি গুচি গ'ল। যেন হাঁহিৰ মাজত এটা ডাঙৰ যতিহে পৰিল। সেইখন মেজৰ মজলিচ আৰু নজমিল। অন্য মেজবোৰত হ'লে—আগৰ দৰে হাঁহিৰ খলকনি উঠিয়ে থাকিল; কিন্তু সেইবোৰত ৰোশনৰ মন নালাগিল। এনে লাগিছিল তেওঁ যেন শীঘ্ৰে তাৰ পৰা উঠি গুচি যাব! কিন্তু এতিয়াও যদি সন্তোষ আহি পালেহেঁতেন—এই আশাতেই শেষলৈ বৈ থাকিল। শেষত যেতিয়া তেওঁ ৰাজকিশোৰ আৰু তেওঁৰ পত্নী শ্যামাৰ পৰা বিদায় ল'বলৈ বুলি মাত লগালে—তেতিয়া ৰাজকিশোৰে সুধি পেলালে—"বাৰু সন্তোষনো থাকিল ক'ত?"

ৰোশনে ক'লে—"ক'ব নোৱাৰিলোঁ। ক'লৈনো গ'ল। আহিম বুলি দঢ়াই দঢ়াই কৈ গৈছিল। সম্ভৱতঃ·········"

শ্যামাই হাঁহি দিলে—"সম্ভৱতঃ আপুনি নাজানে। মই আজি তেওঁক চাহাবৰ লগত দেখিছোঁ।"

—"মিষ্টাৰ বৰ্মাৰ লগত?"

—"হয়।"

ৰোশনৰ মুখৰ জ্যোতি খন্তেকতে ম্লান পৰি গ'ল। ৰাজকিশোৰে মুখ লুকুৱাই শ্যামাৰ পিনে এবাৰ চাই হাঁহি মাৰিলে-আৰু যেন ক'লে—"অ' তেনেহ'লে কথা এয়ে!" আকৌ ৰোশনৰ



প্ৰতি ক'লে—"যিয়েই নহওক, তেওঁ কিন্তু এবাৰ আহিব লাগিছিল। মই বৰ বেয়া পাইছো—তেওঁক কৈ দিবা, বুজিছা?"

ৰোশনে মুখলৈ অকণমান হাঁহি আনি কোনোমতে ক'লে—"কৈ দিম প্ৰভু!"

তেওঁ নিমিষৰ ভিতৰতে নিজকে এওঁলোকৰ পৰা আঁতৰাই লৈ তললৈ নামি গ'ল। লগতে নামি আহিল ৰাজকিশোৰ আৰু শ্যামাৰ বিদ্ৰূপপূৰ্ণ হাঁহি। যদি তেওঁ শুনিলেহেঁতেন—তেন্তে শ্যামাই কৈ আছিল—"সন্তোষে মোক পৰাজয় কৰিবলৈ বিচাৰিছে—কিন্তু······।"

কিন্তু ৰোশনৰ এনে ধৰণৰ কথা শুনিবলৈ ধৈৰ্য্য নাছিল। তেওঁৰ তন মন সকলো যেন এফালৰ পৰা পুৰি নিবলৈ ধৰিছিল আৰু আৱেগতে ভৰি কঁপিবলৈ ধৰিছিল—খঙতে নে গ্লানিতে, নাজানো। তেওঁৰ মনত কিন্তু চিন্তাৰ ধুমুহা চলিছিল। সেই ধুমুহাতে থৌকি-বাথৌ হৈ তেওঁৰ বুদ্ধিয়ে বাৰে বাৰে যেন আছোঁৰ খাই গৈ দূৰৈত পৰিছিল। "তাই নাহিল কিয়? সচাঁকৈয়ে তাই নাহিল। সচাঁকৈয়ে?·········কিন্তু এই কথা তাই মোক কিয় নক'লে। মোৰ পৰা কিয় কথা লুকালে। কিয়? কিন্তু কিয়? তাইৰ ইমান সাহস কেনেকৈ হ'ল? কেনেকৈ?······" শেষ বাক্যটো তেওঁৰ মুখৰ পৰা ইমান ডাঙৰকৈ ওলাল যে নিজেই চক্‌খাই উঠিল। ওচৰে পাজৰে থকা লোকসকলে আচৰিত ভাবে তেওঁৰ পিনে চাবলৈ ধৰিলে। কিন্তু অলপ পিছতে তেওঁ আকৌ ধুমুহাৰ দৰে অস্থিৰ হৈ পৰিল। তেওঁ জানে যে সন্তোষ বৰ সামাজিক তিৰোতা। সকলোৰে লগত বেচ মিলামিছা আছে। চৰকাৰৰ বিভাগীয় অধি-কাৰী সকলৰ লগত তাইৰ বেচ হলিগলি। আৰম্ভণিতে এইবোৰৰ ব্যৱস্থা তেৱেঁইতো কৰি দিছিল। নহলে—প্ৰথম অৱস্থাত তাই ইমান লাজকুৰীয়া আছিল যে তাই নিজৰ পতিৰ পিনেও মুখ তুলি নাচাইছিল।······

তেওঁ বাৰে বাৰে কঁপি উঠিছিল। এটাৰ পিছত আনটো কম্পন নদীৰ ঢৌৰ দৰে ভৱিৰ গেৰোৱাৰ পৰা উঠিছিল আৰু সি গৈ মস্তিষ্ক পৰ্য্যন্ত জিনজিনাই গৈছিল। নিজকে নিজে ফুচ-ফুচাই ক'লে—এই সামাজিকতাৰ পৰা লাভ কিমান হ'ল? কিন্তু…… সন্তোষেতো কেতিয়াও তেওঁক লুকাই কাৰো লগত নাযায়। তেওঁৰ পৰা কোনো কথা নুলুকায়। তেওঁৰ পৰা কেতিয়াও দূৰলৈ নাযায়। এবা তেওঁৰ পৰা কেতিয়াও দূৰলৈ নাযায়! যি কৰে তেওঁৰ পৰামৰ্শ লৈয়ে কৰে; সন্তোষ তেওঁৰ—সন্তোষ ৰোশনৰ……!

নহয় নহয়, ৰোশনে চিঞৰি উঠিল। ৰাজকিশোৰে হাঁহি আছিল। তাৰ হাঁহিত এইটো একেবাৰে পৰিস্ফুট হৈ পৰিছিল যে সন্তোষে মোৰ চিন্তা নকৰে। মোক লুকুৱাই অফিচাৰবোৰৰ লগত হলি-গলি কৰি ফুৰে। মোক তাই ছলনা কৰিছে, মোক ঠগিছে, তাই মোৰ সন্মান হানি কৰিছে…।

অতি বেগেৰে ৰোশন আগ বাঢ়িল—এনেকৈ যেন দৌৰিছেহে। তেওঁৰ হাত দুখন যে বৰকৈ খজুৱাইছে আজি। হাত দুখন যেন কাৰোবাৰ ডিঙি চেপি মাৰিবলৈ আকুল হৈ পৰিছে। বিক্সাৱালাৰ বেলৰ শব্দৰ প্ৰতি মন কৰিবলৈ বা বাহু ষ্টেণ্ডত অলপমান ৰোৱাৰ স্থিৰতা তেওঁৰ আজি নাছিল। এতিয়াও গ্ৰীষ্ম-ঋতু পৰাহি নাছিল। মাৰ্চ মাহৰ এয়া আছিল এক নিমজ সন্ধিয়া। ফুলৰ পাপৰিৰ সুবাসে যেন চাৰিওফাল আমোল মোলাই পেলাইছিল। কিন্তু তেনে অৱস্থাতো তেওঁ ঘামেৰে তিতি গৈছিল। নিজৰ ঘৰৰ পিনে আগ-বঢ়াৰ সলনি তেওঁ কিবা এক যন্ত্ৰ চালিতৰ দৰে মথুৰা ৰোডৰ পিনে গৈ থাকিল। তেতিয়াও পৃথিৱীৰ পৰা সেউজ-বোলটো শেষ হৈ যোৱা নাছিল। ৰেলৰ দলংখন পাৰহৈ তেওঁ উত্তৰৰ পিনে গতি কৰিলে। তাত এটা বাংলো আছিল। তেওঁ বাংলোৰ ওচৰতে ৰ'ল—কিন্তু বাংলোৰ চাৰিওকাষে নিস্তব্ধতা বিদ্যামান আছিল। সম্পূৰ্ণ বাতাবৰণ ৰাতিৰ শীতল আৱৰণৰ মাজত শুই পৰিছিল। তেওঁৰ



নাড়ীৰ ধপ-ধপনি অলপমান কমিল। মনতে ফুচফুচাই ক'লে—"নাই ইয়াত নাই।"

কিন্তু অলপ পিছতে তেওঁ আকৌ দৌৰিবলৈ ধৰিলে। ৰাতিৰ সেই নিস্তব্ধতাৰ মাজত নিজৰ পদ-শব্দবোৰেই যেন তেওঁৰ হৃদয় কঁপাই তুলিছিল। সৰোবৰটোৰ পাৰত দূৰদূৰণিলৈ বিস্তাৰিত সেউজীয়া ঘাঁহনিৰ ওপৰত দুই চাৰি জোৰা ৰোমান্টিক মূৰ্ত্তিয়ে উন্মুক্ত বাতাবৰণৰ আনন্দ উপভোগ কৰি আছিল। তেওঁৰ বুকুখনে আৰু বেছিকৈ ধপ-ধপাবলৈ ধৰিলে! তেওঁ সেই মূৰ্ত্তিবোৰৰ কাষেৰে সাউত কৰে ওলাই গুচি যায়।

এইবাৰ তেওঁ ৰেস্তোৰাঁ আৰু ফেচনেবল সামগ্ৰী বিক্ৰী কৰা বজাৰখনৰ পিনে ঘূৰিল। অলপ পিচতে চিন্তাৰ ঢৌত উটি ভাঁহি আটাইতকৈ ভাল ৰেস্তোৰাঁ খনৰ সন্মুখত আহি বৈ গ'ল। তেওঁ শৰীৰত বল গোটাবৰ বাবে কিবা অলপ খাবলৈ ইচ্ছা কৰিছিল, কিন্তু যি মাত্ৰকে দাৰোৱানে তেওঁৰ কাৰণে দুৱাৰ খুলি দিলে আৰু তেওঁ ভিতৰলৈ সোমাই গ'ল—লগে লগে তেওঁ থৰক বৰক কৈ পিছুৱাই আহিল—সন্মুখতে বৰ্মা আৰু সন্তোষ বহি আছে। দুয়োজনে হাঁহি আছে—দুয়ো……।

ৰোশনে ফোঁপাবলৈ ধৰিলে। কোনোমতেহে তেওঁ পৰি নগ'ল। দাৰোৱানজনক আচৰিত কৰি তেওঁ উভতি তীব্ৰ বেগেৰে গুচি গ'ল। তাৰ পিছত দৌৰিবলৈ ধৰিলে। খুব দৌৰিলে—দৌৰিয়ে থাকিল তেওঁ। ঘৰৰ ওচৰ পাইহে গম পালে যে তেওঁ আহি ঘৰ পাইছিল। ঘৰ পোহৰ হৈয়ে আছিল। দুয়োটি শিশু শুই আছিল। চাকৰটোৱে ওচৰতে বহি টোপনিয়াই আছিল। কোনো পিনে তেওঁ চোৱা নাছিল। গৈ পোনে পোনে পালেঙত নিঢাল দি পৰিল। তেওঁ একো ভাবিবও পৰা নাছিল—অঙ্গ-প্ৰত্যঙ্গবোৰ লৰচৰ কৰিবও নোৱাৰিছিল। সেই সময়ত তেওঁৰ সকলো অঙ্গ প্ৰত্যঙ্গই যেন অৱশ হৈ পৰিছিল…….।

কিন্তু হঠাতে তেওঁ প্ৰাণ পালে। উঠি বহিল তেওঁ। স্থিৰ কৰি পেলালে যে তেওঁ আজি সন্তোষক হত্যা কৰি পেলাব। ঠিক তেওঁ তাইক হত্যাই কৰিব। তাইৰ জান শেষ কৰি দিব। তাই তেওঁক পাৰ্টীত অপমানিত কৰালে। বন্ধুমহলে তাক বিদ্ৰূপ কৰিছে। তাৰ অৱস্থা দেখি ৰাজ-কিশোৰে হাঁহিছে—শ্যামাই হাত-চাপৰি দিছে। শ্যামাই…শ্যামা, যিজনী শ্যামাই……। নাই, তেওঁ সন্তোষক মাৰি পেলাব। একেবাৰে শেষ কৰি দিব। এনেতে হঠাৎ দুৱাৰখন খোলা গ'ল আৰু সন্তোষ দুৱাৰ মুখত আহি থিয় হ'ল। তাইৰ মুখত মধুৰ হাঁহি, অলস নয়ন আৰু সেই নয়নৰ পৰা নিগৰি পৰা সুধা…। তাই আগবাঢ়ি আহি ক'লে—"হেলো ডাৰ্লিং, তুমি ৰেস্তোঁৰাৰ দুৱাৰখন খুলি ভিতৰ সোমালা আৰু উভতি গুচি আহিলা! তুমি আমাক দেখাই নাপালা চাগৈ! সন্মুখতে আছিলোঁ দেখোন—লগত বৰ্মাও আছিল!"

ৰোশন চিঞৰি উঠিল—"নিলাজী, মই তোক আজি শেষ কৰি দিম।"

সন্তোষে আচৰিত ভাবে তেওঁৰ পিনে চাই থাকিল। তাৰ পিছত আচৰিত ভাবেৰেই ক'লে—"কি কৈছা তুমি? তোমাৰ গা ভাল নহয় নেকি? তোমাৰ হৈছে কি? তুমি কঁপিছা দেখোন! মই পাৰ্টীত যোগ দিব নোৱাৰিলোঁ। সেই কাৰণেইতো?"

ৰোশন থিয় হ'ল আৰু এখোজ-দুখোজকৈ সন্তোষৰ পিনে আগ বাঢ়িল। তেওঁৰ চকু দুটাৰে যেন জুইহে বৰষিছে! মুখখনত যেন হিংসাৰহে মূৰ্ত্তৰূপ দেখা গৈছিল! তেওঁৰ হাতৰ মুঠি দৃঢ় হৈ আহিছিল—কিন্তু সন্তোষে তাৰ প্ৰতি কোনো গুৰুত্ব দিয়া নাছিল। তাই কৈয়ে গ'ল—"মই পাৰ্টী লৈ যাবৰ বাবে বৰ যত্ন কৰিছিলো। তালৈ যাবলৈ মোৰ কিমান ইচ্ছা আছিল! কিন্তু মই শ্যামাক তুচ্ছ কৰিহে দেখুৱাব খুজিছিলোঁ।"

ৰোশন আৰু আগবাঢ়িল। তেওঁৰ মুখখন আৰু বেচি বিকৃত



হৈ পৰিল। তেওঁ হাত দুখন মোহাৰিবলৈ ধৰিলে—কিন্তু সন্তোষে ইচ্ছা কৰিয়ে এইবোৰৰ প্ৰতি আওকাণ কৰিলে। কথা কৈ কৈয়ে তাই আহি ৰোশনৰ কাষ পালে আৰু তেওঁৰ কান্ধত তাইৰ হাত দুখন ৰাখিলে। আকৌ তাইৰ মদিৰ চকুহাল ৰোশনৰ চকুত ৰাখিলে। ৰোশনৰ সমস্ত শৰীৰ জিনজিনাই গ'ল। তেওঁ দাঁত কামুৰি সুধিলে—"তই ক'লৈ গৈছিলি? মই সুধিছো তই গৈছিলি ক'লৈ?"

সন্তোষে কোনো সঙ্কোচ নোহোৱাকৈ ক'লে—"তোমাৰ খং উঠিছে নহয়? উঠিবৰ কথাই, কিন্তু মইনো কৰোঁ কি? শ্যামাই বৰ্মাক কোনোমতে পাৰ্টীৰ সময় আহি পৰাতহে এৰিলে। তাই তেওঁক তালৈ লৈ যাবলৈ বিচাৰিছিল। তাই…ঠিকাটো প্ৰায় পাইছিলেই!"

ৰোশন এইবাৰো কঁপি উঠিল—কিন্তু কাৰণ বেলেগ আছিল। তৎক্ষণাত ডিঙিটো ঘূৰাই লৈ সন্তোষৰ ফালে মুখ কৰি ক'লে—"কি কৈছা?"

—"কথা হ'ল মই বৰ্মাৰ লগত নথকা হ'লে ঠিকাটো ৰাজকিশোৰে পাই গ'ল হেঁতেন!"

—"ৰাজ কিশোৰে পাই গ'লহেঁতেন? মই দেখোন শুনিছো ৰাজ কিশোৰে ঠিকাটো পালেই। হাত-দীঘল মানুহ! শ্যামা…।"

অলপ বিদ্ৰূপৰ ভাবেৰে সন্তোষে ডাঙৰ মাতেৰে ক'লে—"তুমি ভুল শুনিছা। শ্যামাই একো কৰিব নোৱাৰে। ঠিকা ৰাজকিশোৰে নাপালে……।"

—"তেন্তে কোনে পালে …?"

সন্তোষৰ হাতত এটা লেফাফা আছিল। তৎক্ষণাত তাই লেফাফাটো ৰোশনৰ পিনে আগ বঢ়াই দিলে—"এয়া চোৱা…।"

"সন্তোষ!" স্তব্ধ ৰোশন চিঞৰি উঠিল। তেওঁ আন সকলোবোৰ কথা পাহৰি গ'ল। তেওঁৰ মনৰ সকলোবোৰ সন্দেহ খন্তেকতে উৰি গ'ল। তেওঁ লেফাফাটো যেন থাপ মাৰি লৈহে খুলি পেলালে।

সন্তোষে এটি দুষ্টালিৰ হাঁহি মাৰি ক'লে—"চৰকাৰী চিঠি কাইলৈ তুমি পাবা আৰু পৰহি 'বেনগাৰত' আমি বঢ়িয়া পাৰ্টী এটি দিম। বেচ বঢ়িয়া··· ।"

ইতিমধ্যে ৰোশনে চিঠি পঢ়ি শেষ কৰিলে। সন্তোষক বাহুৰ মাজত সুমুৱাই লৈ কঁপি কঁপি, প্ৰায় চিঞৰিয়েই ৰোশনে ক'বলৈ ধৰিলে—"সন্তোষ, তুমি কিমান ভাল! কিমান ডাঙৰ! উঃ মই তোমাৰ কাৰণে কি কৰিম !···কি কৰিম ··· ?"

সন্তোষে ক'লে—"একো নালাগে ডাৰ্লিং, মই পিকচাৰ চাবলৈ যাওঁ। মোলৈ অপেক্ষা নকৰিবা দেই—শুই থাকিবা।"







# ভগৱানৰ কুকুৰ

—মোহন ৰাকেশ

বহুতবোৰ মানুহ তলমূৰ কৰি তাত বহি আছিল, যেন কাৰোবাৰ মৃত্যুৰ শোক প্ৰকাশ কৰিবলৈহে লগ লাগিছিলহি। কিছুমান মানুহে লগত অনা টোপোলাৰ পৰা কিবা-কিবি খোৱাত ব্যস্ত আছিল। কোনো কোনো মানুহে মূৰৰ পাগুৰি নমাই লৈ কম্পাউণ্ডৰ বাহিৰৰ আলিবাটৰ কাষত অ'ত ত'ত সিচঁৰিত হৈ আছিল। চানাচুৰৱালা, পকৌড়ীৱালা-হঁতৰ বজাৰ বেচ গৰম হৈ পৰিছিল আৰু মিউনিচিপেলটীৰ পানীকলৰ ওচৰত একোটা সৰু-সুৰা কিউ লাগি আছিল। পানীকলৰ কাষতে চকী এখন পাৰি লৈ তৰণিজনে টপাটপ দৰখাস্ত টাইপ কৰি আছিল। তাৰ মূৰৰ ঘাম বৈ আহি ওঠত পৰিছিল—কিন্তু ওঠ মচিবলৈ তাৰ সময় নাছিল। বগা দঢ়িয়া 'জাত'* বুঢা কেইজনমানে লাঠীৰ ওপৰত ভৰ দি তাৰ কাম শেষ হোৱালৈ অপেক্ষা কৰি আছিল। ৰ'দৰপৰা বাচিবলৈ লগোৱা তম্বুটো বতাহত উৰি আছিল। অলপ দূৰত এটা মূঢ়াত বহি এওঁৰ ল'ৰাই নিজৰ ইংৰাজী প্ৰাইমাৰৰ পাঠ আওৰাই আছিল—চি-এ-টি কেট—কেট মানে মেকুৰী, বি-এ টি—বেট, বেট মানে হাঠা, এফ, এ-টি ফেট—ফেট মানে শকত ...। কামিজৰ বুটাম আধা খোলা কৈ আৰু কাষলতিত ফাইল চেপি ধৰি কিছুমান বাবু ইজনে সিজনক ঠাট্টা বিদ্ৰূপ কৰি ৰেজিষ্ট্ৰেশ্যন ব্ৰাঞ্চৰ পৰা ৰেকৰ্ড ব্ৰাঞ্চৰ পিনে গৈ আছিল। ৰঙা বেল্ট মাৰা চাপৰাচী জনে কোনো হাই উৰুমিৰ প্ৰতি ভ্ৰুক্ষেপ নকৰি তলমুৱাকৈ নিজৰ টুলতে বহি বহি

* জাত—পঞ্জাব ৰাজ্যৰ এটি সম্প্ৰদায়।

মনে মনে কিবা কিবি হিচাব কৰি আছিল। কেতিয়াবা তাৰ ওঠ লৰিছিল—কেতিয়াবা ইফাল সিফাল হৈছিল আৰু কেতিয়াবা মূৰটো জোকাৰিছিল। গোটেই কম্পাউণ্ডত ভদীয়া ৰ'দ বিয়পি পৰিছিল। ওচৰৰ গছজোপাত এটি চৰায়ে ইটো ডালৰ পৰা সিটো ডাললৈ জপিয়াই জপিয়াই উৰাৰ অভ্যাস কৰি আছিল। কাউৰী জনীয়ে ঘৰৰ ছালত পৰি ইফালৰ পৰা সিফাললৈ আহ-যাহ কৰি আছিল। মূৰ কঁপি থকা সোঁতোৰা সোঁতৰ ছালৰ পঁচসত্তৰ বছৰ বয়সীয়া বুঢ়ী এজনীয়ে মানুহক সুধিছিল যে তাইৰ ল'ৰা মৰাৰ পিছত তাৰ নামত 'এৰ্লাট' হোৱা মাটিৰ স্বত্ত্বাধিকাৰী তাই হব নে নহয় ?....

ভিতৰৰ কোঠাটোত ফাইলবোৰ লাহে লাহে লৰ-চৰ কৰিবলৈ ধৰিলে। দুই চাৰিজন বাবুয়ে মাজতে মেজৰ কাষত লগ হৈ চাহ খাই আছিল আৰু তেওঁলোকৰ ভিতৰত এজনে এটুকুৰা কাগজত লিখা নিজৰ শেহতীয়া কবিতা বন্ধুহঁতক শুনাই আছিল আৰু বন্ধুহঁতে এই বুলি ভাবিয়ে শুনি আছিল যে এয়া নিশ্চয় 'বস্তি' অথবা 'বিংশশতাব্দী' আলোচনীৰ পুৰণি সংখ্যাৰ পৰা চুৰি কৰা হ'ব।

—"বাৰু অজীব চাহেব, এই কবিতাটো আপুনি আজিয়ে প্ৰথম শুনালে নে তিনি চাৰি বছৰ আগেয়ে শুনোৱা কবিতাই আজি আকৌ আপোনাৰ মনত পৰিল।" মিঠা বৰণীয়া সঘন কলা গোঁফীয়া এজন বাবুয়ে বাওঁ চকুটোৰে অকণমান টিপ দি সুধিলে। ওচৰত থকাবোৰে বেচ আমোদ পালে।

—"এয়া মোৰ একেবাৰে শেহতীয়া কবিতা"—অজীব চাহেবে কাছাৰীৰ কাঠঘৰাত থিয় হৈ শপত খাই সচাঁ কোৱাৰ ভাষাতে ক'লে— "ইয়াৰ আগেয়ে মই এনে গধূৰ ভাবৰ কোনো অন্য বস্তু গাইছিলোঁ বুলি মনত নপৰে।" তাৰ পিছত চাৰিওপিনে ঘেৰি থকা মুখবোৰৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰি এটি পাতল হাঁহি মাৰিলে।

খিক্‌খিক্‌কৈ কৃত্ৰিম ভাবে হঁহা তাৰ হাঁহিটোক হঠাতে 'চি চি' শব্দ এটাই স্তব্ধ কৰি দিলে। হাঁহিৰ মাজতে পৰা এই 'ব্ৰেক'ৰ অৰ্থ আছিল—কমিছনাৰ ডাঙৰীয়া আহি নিজ কোঠালীত আসন লৈছে।



অলপ সময়ৰ নীৰবতাৰ মাজতে সুৰজিত সিংহৰ পুতেক গিৰমিট সিংহই এটা ফাইল ইখন মেজৰ পৰা অন্য এখন মেজলৈ 'এক্সন'ৰ বাবে লৈ গ'ল। সুৰজিত সিংহৰ পুতেক গিৰমিট সিংহই মিচিকিয়াই হাঁহি হলৰ পৰা বাহিৰলৈ গুছি গ'ল আৰু ফাইলটো যিজন বাবুৰ মেজৰ পৰা গৈছিল সি নতুন পাঁচটকীয়া নোট এখনৰ ওপৰত হাত ফুৰাই ফুৰাই চাহপানকাৰী সমদলৰ লগত চামিল হৈ গ'ল। অজীব চাহেবে এতিয়া একেবাৰে সৰু মাতেৰে নিজৰ কবিতাৰ আগৰ খিনি শুনাবলৈ ধৰিলে।

চাহেবৰ কোঠালীৰ ঘন্টা বাজি উঠিল। চাপৰাচী লৰা-ধপৰাকৈ গৈ কোঠাত প্ৰবেশ কৰিলে আৰু ঠিক একে ধৰণে বাহিৰলৈ ওলাই আহি নিজৰ টুলখনত বহিল।

কমিছনাৰে চাপৰাচীৰ দ্বাৰা খিৰিকীৰ পৰ্দাবোৰ ঠিক কৰাই ল'লে। তাৰ পিছত মেজত ৰাখি থোৱা কাগজবোৰৰ ওপৰত চকু-ফুৰাই গ'ল পাইপ এডাল উলিয়াই জ্বলাই লৈ মেজৰ ওপৰত ৰাখি থোৱা 'ৰিডাৰ্চ ডাইজেষ্ট'ৰ শেহতীয়া সংখ্যাটো পঢ়িবলৈ ধৰিলে। 'ৰিডাৰ্চ ডাইজেষ্ট', 'লাইফ' আৰু 'আৰ্গেজী' আলোচনী তেওঁৰ লগে লগেই মেজ পাইছিলহি। লেটিচিয়া বালিদ্ৰজৰ প্ৰৱন্ধটোত লিখিছে— 'তেওঁ 'ইটালীয় পুৰুষবোৰক কিয় ভাল পায়'। এই প্ৰৱন্ধটো পঢ়ি তেওঁ শেষ কৰিছিল। অন্যান্য প্ৰৱন্ধ পাতিৰ ভিতৰত শল্য চিকিৎসাৰ বিষয়ে জে, ডী ৰেটাক্লিফৰ প্ৰৱন্ধটো তেওঁ বাচি লৈছিল। এশ এঘাৰ পৃষ্ঠাটো খুলি তেওঁ হৃদয়ৰ নতুন বিবৰণটো পঢ়িবলৈ ল'লে।

সেই সময়তে বাহিৰত বৰ হুলস্থুল শুনা গ'ল।

কম্পাউণ্ডৰ গছৰ তলত অ'ত ত'ত বহি থকা লোকসকলৰ লগত আৰু তিনিটা নতুন 'আকৃতি' আহি লগ লাগিল। এজন আদবয়সীয়া লোক। এওঁ নিজৰ মূৰৰ পাগুৰীটো তলত পাৰি লৈছিল আৰু হাত দুখন পিছলৈ নি ভৰি দুখন মেলি তাৰ ওপৰত বহি গৈছিল। পাগুৰীৰ খালী থকা অংশত এগৰাকী তেওঁতকৈ অলপ বেছি বয়সীয়া তিৰোতা আৰু এগৰাকী গাভৰু ছোৱালী বহে। তেওঁলোকৰ ওচৰতে

এজন ক্ষীণকায় ল'ৰাই ইফাল-সিফাল কৰি থাকে। ওচৰ পাজৰৰ প্ৰতিটো বস্তুকে সি নিৰিখি নিৰিখি চাই আছিল। পুৰুষজনৰ মেলি দিয়া ভৰি দুখন লাহে লাহে সম্পূৰ্ণভাবে মেল খাই গ'ল। সি কথাবোৰ ইমান ডাঙৰ ডাঙৰকৈ কৈছিল যে কম্পাউণ্ডৰ বাহিৰত থকা বহুতোবোৰ লোকৰ দৃষ্টি এইপিনে আকৰ্ষিত হৈছিল। সি আঠুত চপৰিয়াই চপৰিয়াই কৈছিল—চৰকাৰক আৰু সময় লাগে। আঠ দহ বছৰৰ ভিতৰতে চৰকাৰে সিদ্ধান্ত ল'ব যে আবেদন মঞ্জুৰ হ'ব লাগে নে নালাগে। চৰকাৰে সময় লৈছে ইপিনে যম বজায়োতো আমাৰ সময় গণি আছে। সিপিনে যম বজাৰ সময়ো পূৰা হ'ব আৰু ইপিনে তুমিও ক'বা যে তোমাৰ আবেদন মঞ্জুৰ হৈ গৈছে।

চাপৰাচীৰ ভৰি টুলৰ পৰা তললৈ নামে আৰু সি পোন হৈ বহে। কম্পাউণ্ডৰ ভিতৰত অ'ত ত'ত বহি বা শুই থকা মানুহবোৰ সচকিত হৈ উঠে। কোনো কোনো আহি গছ জোপাৰ গুৰিত লগ লাগেহি।

—"দুবছৰ হ'ল দৰ্খাস্ত দিয়াৰ। কিন্তু বেটাহঁতে এতিয়া মোৰ নামত এটা খালহে 'এলট' কৰিছে। ঠিক আছে—মোক সেই মাটিকে দিয়া, কিন্তু এই দুবছৰে দৰ্খাস্তই দুটা কোঠালীও পাৰ হ'ব পৰা নাই!" মানুহজনে কৈয়ে আছিল।

—"ইটো কোঠালীৰ পৰা সিটো কোঠালীলৈ দৰ্খাস্ত যাওঁতে সময় লাগে। ইখন মেজৰ পৰা সিখন মেজলৈ যাওঁতে সময় লাগে। হয় চৰকাৰক সময় লাগে। মই আহি গ'লোঁ, মোৰ সকলোবোৰকে লৈ ইয়ালৈকে—লোৰা এতিয়া যিমান সময় লাগে তোমালোকক।'... সাত বছৰ আধাপেটীকৈ থকাৰ পিছত মোক দিছা এশ গজৰ গাঁত এটা। মই তাত মোৰ বোপা-ককাৰ অস্থি পুতিম নেকি? মই দৰ্খাস্ত দিছিলোঁ—মোক এশ গজ দিব নোৱাৰা, পঞ্চাশ গজকে দিয়া—তথাপি মোক মাটি দিয়া। কিন্তু আজি দুবছৰে মোৰ দৰ্খাস্ত গাপ লাগিয়ে থাকিল। মই ইপিনে ভোকত মৰিছো—সিপিনে দৰ্খাস্তই সময় লৈয়ে আছে।"



চাপৰাচী তাৰ লাঠীডাল হাতত লৈ থিয় হ'ল। তাৰ কপালৰ ৰেখাবোৰ কোঁচ খাই আছিল, চকুত আছিল আক্ৰোশৰ চিহ্ন। অ'ত ত'ত জমা ভিৰ ঠেলি সি মানুহজনৰ ওচৰলৈ আহিল।

—"হেৰা মিষ্টাৰ, ইয়াৰ পৰা বাহিৰ হোৱা।" নিজৰ লাঠী ডালৰ সৎ-ব্যৱহাৰ কৰি ক'লে—"বল...উঠ..."

"মিষ্টাৰ ইয়াৰ পৰা উঠিব নোৱাৰে।" সেই মানুহজনে ক'লে—"মিষ্টাৰ, ইয়াৰ বাদচাহ। প্ৰথমে মিষ্টাৰে দেশৰ মুকুট বিহীন সম্ৰাটহঁতৰ জয় গান কৰিছিল। এতিয়া আৰু সি কাৰো জয়গান নকৰে। এতিয়া সি নিজেই বাদাচাহ—মুকুট-বিহীন সম্ৰাট! তাৰ কোনো লাজ চৰম নাই! তাৰ ওপৰত কাৰো হুকুম নচ'লে। শুনিছানে চাপৰাচী!"

—"এতিয়াই গম পাবি তোৰ ওপৰত কাৰোবাৰ হুকুম চলে নে নচ'লে!" চাপৰাচী বৰ গৰম হল—"পুলিচক গতাই দিলে এতিয়াই চব বাদচাহী বাহিৰ হৈ যাব।......"

—"হাহাহাহা।" সম্ৰাটে হাঁহিলে—"তোৰ পুলিচে মোৰ বাদচাহী বাহিৰ কৰিব? মই পুলিচৰ সন্মুখলৈ নঙঠা হৈ যাম আৰু ক'ম—"বাহিৰ কৰ মোৰ বাদচাহী! আমাৰ বাদচাহী পুলিচে বাহিৰ কৰিব পাৰিব? মোৰ ইহঁত আৰু তিনিজন বাদচাহ আছে।...এয়া, মোৰ সৰু ভাইৰ বিধবা পৰিবাৰ। মোৰ ভাইৰ—এৰা, তাক পাকিস্তানীহঁতে ফালি পেলালে, এয়া মোৰ ভাইৰ লৰা; সি এতিয়া যক্ষ্মা বেমাৰী। আকৌ এই হ'ল মোৰ ভাইৰ ছোৱালী। এইক বিয়া দিবৰ হৈছে। বায়েকজনী পাকিস্তানত আছে। আজি মই ইহঁত আটাইকে সিংহাসন দি দিছো। যা, তই গৈ পুলিচক লৈ আহ। পুলিচহঁত আহি ইহঁত আটাইবোৰৰে বাদচাহী বাহিৰ কৰি দিয়ক।... কুকুৰ ছালা......"

ভিতৰৰ পৰা কেজনমান বাবু ওলাই আহিল। "কুকুৰ ছালা" শব্দ দুটা শুনি চাপৰাচী খঙতে টিঙিৰি তুলা হৈ পৰিল। খঙতে সি তাক হাতত ধৰি চোচোৰাবলৈ ধৰিলে—"তোক এতিয়া মাৰি

মাৰি······” সি তাক ফটা জোতা এপাতেৰে একোব সোধালে। বাকী তিৰোতা আৰু ল'ৰা-ছোৱালীহঁত ভয়তে তাৰ পৰা আঁতৰিল। লৰাটোৱে কান্দিবলৈও ধৰিলে।

বাবুসকল ভিৰ ঠেলি আগুৱাই আহিল আৰু তেওঁলোকে চাপৰাচীক ধৰি আঁতৰাই নিলে। চাপৰাচীয়ে বক্‌বকায়ে থাকিল—“ধূৰ্ত্ত ক'ৰবাৰ—অফিচলৈ আহি গালি দিয়ে! মই এতিয়াই তোক······।”

—“তই অকলেই নহয়—তহঁত সকলো কুকুৰ!” সি কৈয়েই থাকিল—“তয়ো কুকুৰ আৰু ময়ো কুকুৰ” পাৰ্থক্য ইমানেই যে তই চৰকাৰৰ কুকুৰ আৰু মই ভগৱানৰ কুকুৰ। তই চৰকাৰৰ কুকুৰ হৈ আমাৰ হাড় কামুৰি কামুৰি খাব আৰু চৰকাৰৰ হৈ ভুক। মই ভগৱানৰ কুকুৰ কাৰণে তেওঁ দিয়া বতাহ খাই জীয়াই থাকোঁ আৰু তেওঁৰ হৈ মই ভুকোঁ। তেওঁৰ ঘৰ ন্যায়ৰ ঘৰ। মই তেওঁৰ ঘৰৰ ৰখীয়া আৰু তহঁত হলি এই ন্যায় সম্পত্তিৰ লুণ্ঠনকাৰী। তহঁতক ভুকাটো মোৰ কৰ্ত্তব্য। এয়া মোৰ মালিকৰ আদেশ। তোৰ মই আচল বৈৰী। কুকুৰৰ বৈৰী সদায় কুকুৰ। তই মোৰ শত্ৰু আৰু মই তোৰ শত্ৰু। তহঁত কিন্তু বহুতোবোৰ আৰু মই অকলশৰীয়া। সেইকাৰণে তহঁত আটায়ে লগ লাগি মোক মাৰ। তহঁতে মোক ইয়াৰ পৰা উলিয়াই দিবি—কিন্তু তথাপি মই ভুকিয়ে থাকিম। তই মোৰ ভুকভুকনি বন্ধ কৰিব নোৱাৰ; মোৰ ভিতৰত মোৰ মালিকৰ জ্যোতি আছে—মোৰ গুৰুজনাৰ শক্তি আছে। মোক য'তেই বন্ধ কৰি থবি তাতেই মই ভুকিম আৰু ভুকি ভুকি কাণৰ কণা-মাকৰি সৰুৱাই দিম। ছালা মানুহৰ কুকুৰ, ছুৰা হাড়ৰ কাৰণে মৰা কুকুৰ, নেজ দাঙি দাঙি মৰা কুকুৰ······”

—“হৈছে, হৈছে ডাঙৰীয়া, আৰু নক'ব এইবোৰ!” হাত জোৰ কৰি এজন বাবুয়ে ক'লে—“আমাৰ প্ৰতি দয়া কৰক অলপমান। আপোনাৰ এই সাধু-বচন বন্ধ কৰক। কওক আপোনাৰ কথাটোনো কি?— আপোনাৰ নাম কি?”



—“মোৰ নাম বাৰশ ছাব্বিশ ভাগৰ সাত। মোৰ দেউতাই দিয়া নামটো ছালা কুকুৰহঁতে খাই পেলালে। এতিয়া কেৱল তোমালোকৰ অফিচে দিয়া নামটোহে আছে। বাৰশ ছাব্বিশ ভাগৰ সাত। মোৰ আৰু কোনো নাম ঠিকনা নাই। মোৰ নামটো মনত ৰাখিবা। নিজৰ ডায়েৰীত লিখি থোৱা। গুৰুদেৱৰ কুকুৰ বাৰশ ছাব্বিশ ভাগৰ সাত।”

—“আজি থোৱা দেউতা—কালি পৰহি মানে, আকৌ আহিবা। তোমাৰ দৰ্খাস্তৰ কাম ‘প্ৰায়’ শেষ হৈছেই······”

—“এবা ‘প্ৰায়’—শেষ হৈছেই আৰু ময়ো ‘প্ৰায়’ শেষ হৈ আহিছো। কেৱল এতিয়া এইটোহে চাবলৈ বাকী—কোন আগেয়ে শেষ হয়—সি নে মই। এপিনে চৰকাৰ আনপিনে ভগৱান। কাৰ শক্তি কিমান তাৰ পৰীক্ষা! তোমাৰ ‘প্ৰায়’ বিলাক অফিচতে থাকি যাব আৰু মোৰ ‘প্ৰায়’বোৰ শ ঢকা-কাপোৰৰ তললৈ যাব। ছালাহঁতে ইমানবোৰ পঢ়ি শুনি, টকা পইছা খৰছ কৰি দুটা কথাহে শিকিলে···‘সম্ভৱতঃ’ আৰু ‘প্ৰায়’ কাম শেষ হৈছে।” “সম্ভৱতঃ”ৰ পৰা···ওলাই ‘প্ৰায়’ত শেষ হয় আৰু ‘প্ৰায়’ৰ পৰা ‘সম্ভৱতঃ’ত বুৰি যায়। এয়ে হ'ল তোমালোকৰ অফিচৰ তালিম! ‘প্ৰায়’ তিনি চাৰি মাহৰ ভিতৰত অনুসন্ধান হ'ব আৰু ‘সম্ভৱতঃ’ মাহ দুমাহৰ ভিতৰত ৰিপোৰ্ট যাব। মই আজি ‘সম্ভৱতঃ’ আৰু ‘প্ৰায়’ দুয়োকো ঘৰত এৰি থৈ আহিছো। মই ইয়াতে আছো আৰু ইয়াতে থাকিম! মোৰ কাম হ'ব লগীয়া আছে যদি আজিয়ে হ'ব আৰু এতিয়াই হ'ব। তোমাৰ ‘সম্ভৱতঃ’ আৰু ‘প্ৰায়’ৰ এইবোৰ বহুতো গ্ৰাহক ইয়াত থিয় হৈ আছে। এইবোৰৰ দ্বাৰা ইহঁতকে ঠগোৱা···”

বাবুসকলৰ ‘সজ উপদেশে’ একো কাম নিদিয়াত এজন এজনকৈ ভিতৰলৈ উভতিবলৈ ধৰিলে।

—“বহি আছে বহি থাকিবলৈ দিয়া।”

—“বকি আছে বকি থাকিবলৈ দিয়া।”

—"ছালাই বদমাইচিবে কাম লব খোজে।"

বাবুইঁতৰ লগে লগে চাপৰাচীও বক্বক্ কৰি নিজৰ টুললৈ উভতি যায়—"মই ছালাৰ দাঁত ভাঙি দিলোহেঁতেন। এতিয়া এই হাকিম সকলৰ কথাতো মানিবই লাগিব…নহ'লে…"

"হেৰৌ পিতাই, ভাল ভাবে কাম আদায় কৰা। ইয়াত খাতিৰ চলে, পইছা চলে—দাবী-ধমকি নচলে।" ভিৰৰ মাজৰ পৰা কোনোবাই তাক শুনায়।

মানুহজন থিয় হ'ল।

—"কিন্তু ভগৱানৰ আদেশ সকলোতে চলে।" কামিজটো গাৰ পৰা খুলি খুলি কয়—"ঈশ্বৰ আদেশতে আজি এই মুকুট-বিহীন সম্রাটে নঙঠা হৈ কমিছনাৰ চাহেবৰ কোঠাত গৈ প্ৰবেশ কৰিব। সি আজি তাৰ খোলা পিঠিত চাহাবৰ লাঠীৰ কোব খাব। আজি সি বুটৰ গছকত প্ৰাণ দিব। তথাপি সি কাৰো ওচৰত কাকুতি মিনতি নকৰে গৈ। কাৰো ওচৰত গৈ পইছা আগ নবঢ়ায়। কাকো গৈ পূজা পাতল নিদিয়ে। যেয়ে গুৰুদেৱৰ পূজা কৰে সি আনৰ পূজা কেতিয়াও নকৰে। সেই গুৰুদেৱৰ নাম লৈ……"

নিজৰ কথাক কামত পৰিণত কৰিবলৈ নৌ পাওঁতেই কোনোবা কেজনমানে গৈ তাৰ হাতত থাপ মাৰি ধৰিলে। মুকুট-বিহীন সম্রাটে হাত এৰুৱাবলৈ টনা-আজোৰা কৰিবলৈ ধৰিলে।

—"মোক এৰি দিয়া, মোক সুধিবলৈ দিয়া—মাহাত্মা গান্ধীয়ে ইয়াৰ কাৰণেই ইহঁতক স্বাধীনতা আনি দিছিল নেকি যে ইহঁতে স্বাধীনতাক এনেকৈ বলাৎকাৰ কৰক! তেওঁৰ এই পৱিত্ৰ ভূমিক নষ্ট কৰক। তেওঁৰ পবিত্ৰ নামত কলঙ্ক লগাওক! তাক অৰ্থ আৰু সাধাৰণ ফাইলৰ মাজত আবদ্ধ কৰি বিশ্বাস ঘাতকতা কৰক। মানুহৰ অন্তৰত তাৰ প্ৰতি ঘৃণা জন্মাওক! এৰি দিয়া! গাত কাপোৰ থকা কাৰণে ইহঁতে এই কথাবোৰ বুজি নাপায়। ইহঁতক বুজোৱাৰ এয়ে এটা পথ। যদি মানুহ হয়, তেন্তে ইহঁতে নিশ্চয় লাজ পাব। মই নিজেই কওঁ যে মই মানুহ নহওঁ—মই এটা কুকুৰ……"



হঠাতে ভিৰৰ মাজত কিবা এটা যেন আতঙ্ক বিয়পি পৰিল। কমিছনাৰ চাহেব একো নাই হৈ বাহিৰলৈ ওলাই আহিছে। কপালৰ গাঁঠি আৰু গাৰ ৰেখাবোৰ থোপা কৰি তেওঁ ভিৰ ঠেলি আগবাঢ়ি গ'ল।

—"কথা কি? কি লাগে তোক?"

—"আপোনাক লগ পাব লাগে।" মানুহজনে চকু দুটা ঘোপা কৰি কলে—"এশ গজৰ এটা 'গাত' মোৰ বাবে 'এলট' কৰা হৈছে। সেই গাঁতটো মই ওভোতাই দিব খোজো যাতে চৰকাৰে তাত এটা পুখুৰী খান্দি দিব পাৰে আৰু চৰকাৰৰ অফিচাৰহঁতে যাতে তাত মাছ ধৰিব পাৰে বা চৰকাৰে তাত এটা 'তহখানা'* সাজিব পাৰে আৰু তাত মোৰ দৰে কুকুৰবোৰক বন্দী কৰি ৰাখিব পাৰে!……"

—"বেছি কথা নকবি! নিজৰ 'কেচ' লৈ মোৰ ওচৰলৈ আহ!"

—"মোৰ কেচ মোৰ হাতত নাই মহোদয়, চৰকাৰৰ হাততহে আছে। মোৰ ওচৰত মোৰ শৰীৰ আৰু দুখন কাপোৰ আছে। চাৰিদিন পিছত এইখিনিও নাথাকিব—গতিকে এইখিনি আজিয়ে খুলি দিওঁ। বাকী কেৱল বাৰশ ছাব্বিশ ভাগৰ সাত বৈ যাব। সেই বাৰশ ছাব্বিশ ভাগৰ সাত ঈশ্বৰ প্ৰভুৰ ওচৰলৈ পঠিয়াই দিয়া হ'ব ...।"

—"কথা বন্ধ কৰা আৰু মোৰ ওচৰলৈ আহা।"

কমিছনাৰ ডাঙৰীয়া নিজ কোঠালীৰ পিনে যাবলৈ ধৰিলে। মানুহজনেও কামিজটো কান্ধত পেলাই লৈ তেওঁৰ পিছে পিছে গ'ল।

—"দুবছৰ ইয়াৰ পিছে পিছে ঘূৰি ফুৰিলোঁ—কোনেও কিন্তু কাণষাৰ নকৰিলে। কিমান তেষামোদ কৰিলোঁ, কোনেও নুশুনিলে, অনেক কাৰণ দেখুৱা হ'ল কোনেও নুশুনিলে।"…

চাপৰাচীয়ে পৰ্দা উঠাই দিলে—আৰু কমিছনাৰৰ লগতে সিও ভিতৰলৈ সোমাই গ'ল। বেলটো বাজি উঠিল—ফাইল লৰিল—

* কোনো আট্টালিকাৰ মাটিৰ তলৰ মহলা।

বাবুহঁতৰ ডাক পৰিল আৰু আধা ঘণ্টাৰ পিছতে মুকুট বিহীন সম্রাট হাঁহি হাঁহি বাহিৰলৈ ওলাই আহিল। উৎসুক দৃষ্টিৰে ভিৰটোৱে তাৰ ফালে চাই থাকিল। সি ক'লে—"নিগনিৰ দৰে এনেকৈ অসহায় ভাবে চাই থাকিলে কি হ'ব ? একো নহব। পেলাই দিয়া, জোকাৰি দিয়া, সকলোবোৰকে দলিয়াই দিয়া। আপোনা আপুনি ছালাহঁতৰ কাণৰ পৰ্দা ফাটি যাব। গঁতিয়াই দিয়া, ছালাহঁতক গতিয়াই দিয়া।"......

ল'ৰা-ছুটাক কাষত ৰাখি তাৰ ভাই-বোৱাৰী থিয় দি অপেক্ষা কৰি আছিল। সি ছুয়োটা ল'ৰাৰ কান্ধত হাত ৰাখি সঁচাকৈয়ে বাদচাহৰ দৰে বাটে বাটে যাবলৈ ধৰিলে।

—"লাজ আছে যদি ছালাহঁত মুখ ওলোমাই থিয় দি থাকহঁত ! দৰ্খাস্ত টাইপ কৰহঁক আৰু পাইপৰ পানী খাহঁক ! চৰকাৰে সময় লৈছে ; তথাপিও যদি নোহোৱা যেন পাৱ তেনেহলে নিলাজ হ'হঁক। নিলাজ হোৱাৰ হেজাৰটি গুণ !"

হঠাতে সি ৰৈ গ'ল আৰু ডাঙৰকৈ হাঁহিলে।

—"বন্ধুহঁত, নিলাজ হোৱাৰ সহস্ৰ গুণ।"

সি গুচি যোৱাৰ পিছত কম্পাউণ্ডৰ ভিতৰত আৰু ওচৰে পাজৰে সম্পূৰ্ণ নিস্তব্ধতা বিৰাজ কৰিলে লাহে লাহে ভিৰৰ মানুহবোৰ এটি এটিকৈ নিজ নিজ ঘৰ বুলি যাত্ৰা কৰিলে।

চাপৰাচীৰ ভৰি আকৌ টুলৰ ওপৰত উঠিল। ওচৰতে থকা কেণ্টিনটোৰ চাহ দিয়া লৰাই এক ট্ৰে চাহ লৈ গ'ল। তৰণিজনৰ নিয়মিত কৰ্ম আকৌ আৰম্ভ হ'ল। আকৌ টিক্ টিক্ শব্দ। তাৰ লৰাই আকৌ নিজৰ পাঠ আওঁৰাবলৈ ধৰিলে—'পি-এ-এন—পেন পেন মানে কলম। এইচ-এ-এন—হেন হেনমানে কুকুৰা ; ডি-ই-এন—ডেন—ডেনমানে এন্ধাৰ গুহা......"



# অতিথি

—ৰাজেন্দ্ৰ যাদৱ

তেখেত যে আজি আহি পাব এই ভাবটো আজি ৰাতিপুৱাৰ পৰা মোৰ অন্তৰত আছিল। কিন্তু যেতিয়া তেওঁ আহি পালে তেতিয়াও মই জনা নাহিলোঁ যে তেখেত কেনেকৈ আহিল। কিবা গাড়ী মটৰত উঠি আহিল নে খোজ কাঢ়িয়েই আহিল। দুৱাৰত মৃদু টোকাৰ পৰিল। তেখেতলৈকেতো অপেক্ষা কৰিয়ে আছিলোঁ, সেয়ে বুজিলোঁ, তেখেতেই আহিল। এনে লাগিল যেন এখন বৰ দীঘল গাড়ী তলত ৰৈ আছে আৰু তাৰ পৰা নামি আহি তেওঁ এইখিনি পালে। সাধ্যানুযায়ী ঘৰটো মই সজাই পৰাই ৰাখিছিলোঁ। কিন্তু যেতিয়া টোকাৰৰ শব্দ শুনিলোঁ, তেতিয়া মই বৰ ব্যাকুলভাবে চক্‌খাই উঠিলোঁ, লগতে ভাব হ'ল সেই শব্দটোত এনে মহানতা আৰু শালীনতা আছে যে সেয়া তেখেতৰ বাহিৰে অইন কোনো হবই নোৱাৰে। ইঙ্গিতেৰে শ্ৰীমতীক জনালোঁ, তেখেত আহিল। দৌৰি গৈ দুৱাৰখন খুলিলোঁ। বেচ ভব্য বেশ, পিন্ধনত ধুতি-কামিজ, কান্ধত এখন মূল্যবান শ্বাল, বেচ এক প্ৰভাবশালী মোহনীয় ব্যক্তিত্বৰ চেহেৰা, চকুত আত্মীয়তাৰ জিলিঙনি—এক দিব্য পুৰুষ। নিজৰ ভৱিষ্যত ব্যক্তিত্বৰ যি ৰূপ মই কল্পনা কৰিছিলোঁ, ঠিক সেই ৰূপ। নমস্কাৰ জনাই ক'লো, "মই আপোনাৰেই অপেক্ষাত ৰৈ আছিলো"—ভাব হ'ল আৰু কিবা কৰ লাগিছিল নেকি ! তেওঁ বৰ সৰলতাৰে মিচিকিয়ালে। মোৰ কান্ধত মৃদুভাবে হাতখন থৈ ভিতৰলৈ আহিল, —"ঘৰত আটায়ে আছে নহয় ?"

'হয়···'খোকোজা লাগিব খোজা কথাখিনি এৰি ক'লোঁ, "আমি আটায়ে আপোনাৰ কাৰণেই বৈ আছোঁ। কিন্তু আপুনি এইখিনি পোৱাৰ আমি গমকে নাপালোঁ। ৰাতি পুৱাৰে পৰা কেবাবাৰো মই তললৈ গৈ বাটলৈ চাই আহিছো, প্ৰত্যেকটো শব্দকেই কাণ পাতি শুনি আছো। দুৱাৰ পান দোকানখনৰ কাষলৈকো গৈছো, তাকো কৈ আহিছো, আমাৰ এজন অতিথি অহাৰ কথা, কোনোবাই যদি আমাৰ ঘৰৰ কথা সোধে কৈ দিবা···।" মই এই কথাবোৰ তেখেতক অৱশ্যে কব পৰা নাই—কেৱল ৰাতি-পুৱাৰে পৰা হোৱা আমাৰ কষ্টখিনি মনে মনে মাথো দোহাৰিছোহে। কেৱল এইখিনিহে কৈছিলোঁ—"আপুনি আজিয়েই আহিব বুলি জানো, যোৱা কালিও ভাবিছিলোঁ, কিজানিবা এদিন আগতেই আহি পায়······আপুনি অকলেই আহিল, নহয় জানো ?"

—"এৰা, মোৰ নো কি ঠিকনা ?" বিশেষ কথা নবঢ়াই ক'লে, "কোন দিনাখন ক'ত থাকিম মাথো সেইটোহে জানো।"

মই আগবাঢ়ি হাতধোৱাৰ মুদ্ৰাৰে মুঠি মোহাৰি মোহাৰি তেওঁক লৈ ভিতৰলৈ আহিলোঁ, যেন গলিচাৰ ওপৰেৰেহে আনিছো।

—"একো টালি টোপোলা নাই নহয় !"

—"টালি টোপোলা ?" তেওঁ সংযত ভাবে হাঁহিলে। "তোমাৰ ইয়ালৈ আকৌ টালি টোপোলা লৈ আহিম নে ? দেখিছো, তুমি বেচ সা-সম্পত্তি কৰিলা।"

—'সকলো আপোনাৰেই কৃপা'ৰ ভাৱত মই এটা ইতিবাচক মুদ্ৰাৰে কথাটো শলাগিলোঁ। "নাই নাই, আপুনি একো আনিব নালাগে নহয় !···এই পুষ্পাজনী গ'ল ক'লৈ ? যেতিয়াই কোনো মানুহ এজন আহিব তেতিয়াই তেওঁ ঠেহ পাতি পাকঘৰত সোমাই থাকি ষ্টোভ আদিৰে এনে কিছুমান শব্দ কৰিব যেন বাহিৰৰ পৃথিবীখনৰ তেওঁ কোনো খবৰেই নাপায়। এই মুৰ্খটোৰ কোনো খবৰেই নাই যে আমাৰ ঘৰলৈ ইমান ডাঙৰ মানুহ এজন আহিছে।"

বৈঠক কোঠাটো বৰ ভালদৰে সজাইছিলোঁ। কোঠাটোৰ গোটেই



বস্তুবোৰ ওলট-পালট কৰি পেলাইছিলোঁ। তাক এনেদৰে সজাইছিলোঁ যেন এই কোঠাটোত কেতিয়াও শোৱা-বহা কৰাই নহয়। আলহী-অতিথিৰ বাবে ৰখা ই এটা আচুতীয়া কোঠাহে। অন্য কামত ইয়াৰ ব্যৱহাৰ সমুলি কৰাই নহয়। গাদীৰ ক'ভাৰবোৰ, পৰ্দা, চোফাৰ সকলোবোৰ কাপোৰ বদলাই দিছিলোঁ। মেজত ঘড়ী আৰু কিতাপ থোৱা হৈছিল। এইবোৰ কিতাপ ইমান দিনে বিছনাৰ তলত ধুলি-মাকতিৰে ভৰি পৰি আছিল। কেতবোৰ নতুন কিতাপো আনিছিলোঁ আৰু পুৰণি কিতাপ কিছুমান উলিয়াই পেলাইছিলোঁ। বি, এ, ত পঢ়া "গোল্ডেন ট্ৰেজেৰী আৰু ৰাস্কিনৰ প্ৰৱন্ধসমূহ মেজত ৰখাৰ উপযুক্ত যেন লাগিল। পেন, চোৱানইঙ্ক, কেইখনমান আলোচনী, গোল ফুলাম পেপাৰৱেট, সকলোবোৰ জাৰি-জোকাৰি ৰখা হৈছিল। প্ৰত্যেক বস্তুৰে যিবোৰ অংশ মোৰ বেয়া লাগিছিল সেইবোৰ অংশ আঁৰ কৰি দিছিলোঁ। আজিৰ বাতৰি কাকতখন মেজত এনেদৰে ৰখা হৈছিল, যেন পঢ়ি থকা অৱস্থাতেই দুৱাৰ খুলিবলৈ গৈছিলোঁ। কোনোবা চিন্তাশীল লিখকৰ শকত কিতাপ এখন মেজত এনেদৰে পেলাই থৈছিলো যেন যোৱা ৰাতি মই সেইখনৰ অধ্যয়নতহে ব্যস্ত আছিলোঁ। ৰবৰৰ স্লীপাৰ যোৰ মেজৰ তলত এনেয়ে ঠিক কৰি থৈছিলোঁ। মোৰ এই গোটেই ঘৰটো তেখেতৰ দৰে ডাঙৰ অতিথিৰ উপযুক্ত নহ'ব পাৰে, কিন্তু মই যে উচ্চ স্তৰৰ চিন্তা কৰা ব্যক্তি, অন্ততঃ এইখিনি প্ৰভাৱ তেখেতৰ ওপৰত পেলাবলৈ বিচাৰিছিলোঁ।

তেখেতে সন্তোষ মনেৰে আৰু কিছু ভাগৰ লগাৰ দৰে আহি চকীত বহি পৰিল। তেখেতে বৰ আয়াসেৰে ভৰি দুখন ওপৰলৈ তুলি ল'লে আৰু মই বৰ অধৈৰ্য্যেৰে বাট চাবলৈ ধৰিলো। যে পুষ্পা এতিয়ালৈকে কিয় ওলাই অহা নাই ! মোৰ এই বৈঠকখানা, এই চকী-মেজবোৰ আৰু গোটেই ঘৰটোৱে অসাৰ আৰু নগণ্য যেন লাগিল। মই যিমানেই যি কৰো লাগে এই ঘৰটো এজন সাধাৰণ ক্লাৰ্কৰ ঘৰ যেন লাগে ; এনে সন্মানিত অতিথিৰ বাবে ই মুঠেই

উপযুক্ত নহয়। এই ভাব তেখেতে ভিতৰত ভৰি দিয়াৰ লগে লগেই মোৰ হৈছিল যদিও কেবা সপ্তাহেও মই মনক বুজাইছো যে সকলো বোৰ মিলি বোধহয় মই ভবাৰ দৰে ই ইমান অৰ্থহীন নহয়। আকৌ ডাঙৰ মানুহবোৰে আনৰ অসুবিধাবোৰ বুজে আৰু ইমান সৰু সুৰা কথালৈ তেওঁলোকে চকু-কাণ নিদিয়ে। কিন্তু এতিয়া ভাব হৈছে, এনে চকাবোৰে বোধহয় এখেতৰ জুহালতহে শোভা পায়। তাৰ পাছত তৎক্ষণাত মই নিজৰ কথা সংশোধিত কৰি ললোঁ। এখেতৰ ঘৰতনো ক'ত জুইৰ ব্যৱহাৰ আছে হবলা! বিজুলী আৰু গেচৰ শেহতীয়া ব্যৱস্থাবোৰৰ ব্যৱহাৰ নিশ্চয় এখেতৰ ঘৰত হৈছে······কিন্তু সচাঁকৈয়ে চাগে' এনে পৰ্দা আৰু চোফাৰ কাপোৰেৰে তেখেতৰ ঘৰত মজিয়া পৰিস্কাৰ কৰে।···এইবোৰ কিতাপ বোধহয়—তেখেতসকলৰ ঘৰৰ ল'ৰা-ছোৱালী আৰু চাকৰ-বাকৰে পঢ়ে, এখেতৰ চাকৰৰ ঘৰ চাগে আমাতকৈ লাখ গুণে ভাল···এয়া এখেতৰ মহানতাই হব যে ইমান আৰাম আৰু নিশ্চিত ভাবে মোৰ ইয়াত বহিছে···।

মই নিজৰ মনৰ অস্থিৰতা লুকুৱাব বাবে এবাৰ বাৰাণ্ডাৰ পৰা ঘূৰি আহিলোঁ, এনেয়ে পৰি থকা জুইশলাৰ বাঁহটো বাহিৰলৈ পেলাই দিলোঁ। তললৈ জুমি চাই দেখিলোঁ ঘৰৰ মালিকনীয়ে বৰ নিৰ্লজ্জভাবে বহি কাপোৰত চাবোন লগাই আছে। এই মূৰ্খটোৰেনো কি জানিব, মোৰ ইয়াত কোন বহি আছে?

এওঁলোক বৰ লাটচাহাব কেইজন ওলাইছে! ইয়াত লেতেৰা নকৰিবা, তাত কয়লা নজ্বলাবা, চিৰিবোৰত খাটবোৰ নথবা, এদিন ভাড়া নিদিলেই ঘৰ এৰি যোৱাৰ ধমকনি! বাঃ কি ভাবিছাহে? তোমাৰ দৰে বিশটা ঘৰ এওঁ একেদিনতে কিনি পেলাব পাৰে। ছালা, নিজৰ স্কুটাৰখনক এনে ধৰণেৰে চাফ কৰিব, যেন ঐৰাৱতকহে ধুৱাইছে—এখেতৰ তাত ডজন ডজন বঢ়িয়া গাড়ী আছে······।

—"ক্ষমা কৰিব, মই এতিয়াই আহিছো।" মই লাহেকৈ ক'লোঁ আৰু ভয়ে ভয়ে জুহালৰ কাষ পালোঁ। 'পুষ্পা, তুমি দেখিছো বৰ



আচৰিত তিৰোতা।' খঙ উঠিছিল যদিও চেপা মাতেৰে ক'লোঁ। —"তেখেত আহি পালে আৰু এতিয়া লৈ তুমি শাৰীখনকে বদলাব পৰা নাই!"

—"আহিল?" প্ৰথমতে তেওঁ আচৰিতেই হ'ল, তাৰ পাচত সেই একে ব্যস্ততাৰেই ক'লে, "এতিয়াই সলাইছো 'চাহৰ পানীও বহাই দিওঁ······।"

—"কি যে বিপদ, এতিয়াহে তেওঁ বহাব চাহৰ পানী! ভিতৰত তেখেত বহি আছে আৰু ইফালে এওঁ চাহৰ পানী জুইৰ ওপৰত এতিয়াহে বহাব!" প্লেটত মই মিঠাই, নিমকী আদি আগতেই সজাই থৈছিলোঁ, সেইবোৰ আকৌ এবাৰ চালোঁ, প্ৰত্যেকখন প্লেটতে সেইবোৰ এনেভাবে সজাইছিলোঁ যেন দেখাত কম নালাগে; তথাপিও ভাব হৈছিল বৰ কম হৈছে আৰু ঘৰৰ নিঃকিনতা যেন ইয়াত স্পষ্ট হৈ পৰিছে। ফল খাবলৈ বাতি পুৰাই দিয়া হয় নে দুপৰীয়া খোৱাৰ লগত—মোৰ মনতেই নপৰে দেখোন। তেখেত অকলে বহি আছে, এই কথাটো মনলৈ অহাৰ লগে লগে মই পুনৰ বৈঠকখানালৈ ঘূৰি আহিলোঁ।

পালেঙৰ বেঁডক'ভাৰখন উলিয়াই পাৰি দিছিলোঁ কিন্তু তাৰ ভাঁজবোৰ দেখি সকলোৱে বুজি পাব যে এইখন সদায় পৰা নহয়। মই হাত ফুৰাই অলপ টানি-টুনি দিলোঁ। এমূৰে থকা ফটাখিনি অলপ সাৱধানে হেচুকি থলোঁ। তথাপিও সন্তুষ্ট হ'ব নোৱাৰাৰ বেদনা লৈ বৈঠকখানালৈ আহিলোঁ। তেখেতে বাতৰি কাকতখন চাই আছিল। তেখেতেতো দেশ বিদেশৰ বহুতো খবৰ ৰাখিব লগাত পৰে। এবাৰ চকু ফুৰালেই সকলো পৰিস্থিতিৰ গম পায়, আমাৰ দৰে আৰম্ভণিৰ পৰা শেষলৈ পঢ়িও কথাবোৰ ভালদৰে বুজি নোপোৰাৰ কষ্ট তেখেতৰ নহয়। তেখেতৰ এই একান্ত অধ্যয়নত মই চাগে বাধা দিছোঁ। ক্ষমা সূচক ভাবেৰে চকীখনত কিছু হেলনীয়াভাবে বহি পৰিলোঁ। কেনে ধৰণৰ কথানো পাতিম, মনতেই নেখেলোৱা হ'ল। "আপোনাৰ বাটত কিবা কষ্ট হৈছিল নেকি?"

এই প্ৰশ্নটো সেই সময়ত ভাল লাগিল। যথামূৰ্খ, তেখেতৰ বাবে ট্ৰেইনত বহাটো নিজৰ কোঠালীত বহাৰ দৰেই।"

—'কি কষ্ট ?' তেখেতে বাতৰি কাকতখনৰ পৰা চকু উঠালে, "মোৰ সকলোবোৰ অভ্যাস আছে।"

—"ইয়াত তেনে ধৰণৰ কোনো সুবিধা নাই।" মই বিনম্ৰভাবে নিজৰ আৰু ঘৰৰ হৈ ক্ষমা খুজিলোঁ।

—"কি কথাবোৰ কৈছা! এয়া নিজৰেই ঘৰ। সকলোৱে নিজৰ নিজৰ ঘৰত এইদৰেই থাকে।" তেখেতে বৰ আত্মীয়তাৰেই ক'লে "তুমি মোৰ কাৰণে বিশেষ একো কৰিব নালাগে"........।

- "ভাল বাৰু, সেয়াতো মই জানোৱেই!" মই সন্তুষ্টিৰ ভাৰত কথাখিনি ক'লোঁ। আপুনি মহান, সেইবাবেই এনেকৈ কৈছে, মই জানো নাজানো আপুনি কি দৰে থাকে, কেনেকৈ আছে আৰু এইবোৰ যে তাৰ তুলনাত কিমান তুচ্ছ! এটা মুহূৰ্ত্তত এনে ভাবো হৈছিল, মই যি অস্থিৰতা অনুভব কৰিছো সেয়া তেখেতৰ মুঠেঃ হোৱা নাই আৰু সচাঁকৈয়ে আৰামেৰে আছে। মোৰ তলত ভৰিব ফালে চকু পৰিল, ভাল হ'ল, এতিয়ালৈকে মই খালি ভৰিৰে খোজ কাঢ়ি ফুৰিছো। তেখেতে বা কি ভাবিছে? পাগলৰ দৰে চকীৰ তলত ৰখা স্লীপাৰযোৰ পিন্ধিবৰ মন গল। কিন্তু কথাটো ওলাই পৰিব। পিচত আনমনা হৈ পিন্ধিম। আঙুলিবোৰ আৰু আঙুঠিটো পিহি পিহি মই সুধিলো, "আপুনি একেবাৰে গা-ধুবনে মুখ-হাত ধুব!" কথাখিনি কৈ নিজকে বৰ বুৰ্বক যেন লাগিল। তেখেতে বোধহয় এইখিনি সময়ত চাহ খাবলৈ ভাল পালেহেঁতেন। কিবা অলপতো খুৱাব লাগিছিল।

—"হব হব সকলোবোৰ কৰি লম। ইয়াতেইতো আছো।" তেখেতে আত্মীয়তাৰেই ক'লে। পুষ্পা আইদেউক দেখোন দেখাই নাই। অ' তোমাৰতো এজন ল'ৰাও আছে। ক'ত পঢ়ে?"

—'সি স্কুললৈ গৈছে। পঢ়ে। কি কৰিম, ইয়াত ভাল স্কুল এখনো নাই। আমি বহুতো চেষ্টা কৰিলোঁ.. ...। তথাপিও মই তাক বৰ যত্ন



কৰি ভাল স্কুল এখনত ভৰ্ত্তি কৰাই দিছিলোঁ; আৰু ভাল স্কুলৰ খৰচৰ পৰিমাণৰ কথা ভাবি তাৰ খবৰ এটাও মই কৰা নাই। এই সময়ত সি যিখন স্কুলত আছে, তাক লৈ মই গৰ্বও কৰিছিলোঁ। কিন্তু এই সময়ত মোৰ এনে ভাব হ'ল যেন সি অনাথ আশ্ৰমলৈকেহে যায়। ক'লোঁ, 'দুপৰীয়ালৈ আহি পাব।' ভাবিলোঁ, নাজানো আজি পুষ্পাৰ তাক স্কুলৰ পৰা লৈ আহিবলৈ সময় হয় নে নহয়।

হঠাতে পুষ্পাই কোঠাটোত প্ৰবেশ কৰি মোক উদ্ধাৰ কৰিলে। চাহৰ ট্ৰেখন লৈ পুষ্পা আহিছিল। তেখেতে ওপৰলৈ তুলি থোৱা ভৰি দুখন তললৈ নমাই ল'লে। জোতাপাত খেপিয়াই খেপিয়াই উঠি থিয় দিলে, "নমস্কাৰ, আপোনাৰ কেনে? ভাল নহয় জানো?"

—"আপুনি বহকচোন," বুলি কৈ মই পুষ্পাৰ হাতৰ পৰা ট্ৰেখন ল'লোঁ। সাৱধানতা সহকাৰে ট্ৰেখন মেজত থৈ মোৰ তেওঁলৈ চাই ক'লো, "তুমিও বহাচোন......।"

তাই শাৰীৰ আঁচলটো মূৰত চম্ভালি লৈ নমস্কাৰ জনালে। "আপুনি বহুদিন বাট চোৱালে, এখেতেতো দুই সপ্তাহৰ আগৰে পৰা অপেক্ষা কৰি আছে যে আপুনি আহিব...।"

তেখেতে গদগদ কণ্ঠেৰে মোৰ কান্ধত হাতখন থৈ কলে— "এয়াতো এওঁৰ স্বভাৱেই।"

—"মইয়ো তাকেই কৈ আছো যে আহে যদি আহিব! এয়া তেখেতৰেই ঘৰ। তাকে লৈ ইমান হুলস্থূলখন কৰাৰ কাৰণ কি? চাওক, মই আপোনালৈ বিশেষ একো নবনাওঁ। আমি যিদৰে থাকো, খাওঁ, সেইদৰে আপুনিও থাকিব আৰু খাব লাগিব।"

তুমিতো বাঢ়নীৰে কোবাবও পাৰা···খঙতে মই ভিতৰে ভিতৰে দাঁত কৰচি থাকিলোঁ। অতিথিৰ মান-মৰ্য্যাদাৰ ফালেই চাইছানে বয়সৰ ফালে? বৰ কথাবোৰ কৈছে। কলোঁ, শাৰীখন সলাই আহা, কিন্তু সেইখন পিন্ধিয়েই ওলাই আহিছে। একো খবৰেই নাই, কোন আহিছে, ক'ৰ পৰা আহিছে?

—"এৰা, এৰা, এইটোৱেইটো কথা।" অতিথিৰ প্ৰশ্নৰ উত্তৰ

স্বল্পে পুষ্পাই কেটলীৰ ঢাকোনখন গুচাই ক'বলৈ ধৰিলে, "চাওক, আমি কাৰো কাৰণে একো কৰিব নোৱাৰোঁ। আমি সাধাৰণ শ্ৰেণীৰ মানুহ। দাইল ৰুটী খাওঁ, তাকে আপোনাকো দিম..."

ঠিক আছে, সকলো কৈ দিয়া যে আমি ভোকতে শুকাই মৰো। এই মিঠাই আৰু নিমকী কেৱল আপোনাৰ কাৰণেই আনিছো, নহলে এইবোৰ আমাৰ ভাগ্যত ক'ত! এখেতক কৈ, কিবা এটা ভাল চাকৰী ল'ম আৰু তাৰ পাচত এওঁক পাৰোমানে মিঠাই খুৱাম আৰু ফুলৰ মালাৰে তেওঁৰ ডিঙি ওপচাই দিব নোৱাৰিলে মোৰ নাম নাই আদি কৈ দিয়া। এই তিৰোতা জনীৰ লগত উপায় নাই, কোনো কথাতে মোৰ লগত সহযোগিতা নকৰে। সদায় এইটোৰে দেখুৱাব খোজে যেন এই পৃথিৱীৰ আটাইতকৈ মূৰ্খ আৰু দয়াৰ পাত্ৰ মানুহজন ময়েই, আৰু আমাৰ ইয়ালৈ যি আহে, সেয়া হ'ল বাট পৰিষ্কাৰ কৰোতা জামাদাৰ। এইখিনি বুজি শুনিও নলয় যে এখেতে আমাৰ ইয়ালৈ কিয় আহিছে! ইয়াৰ দ্বাৰা আমাৰ কিমান সন্মান বাঢ়িল? নাজানে কিমান ডাঙৰ ডাঙৰ লোকৰ লগত এখেতৰ চিনাকী আছে। এয়াতো তেখেতৰ কৃপা মাত্ৰ, নহ'লে 'অশোকা' বা 'তাজত' থকা মানুহ হে এখেত! এইখিনি সময়ত মোৰ ঘৰলৈ আহি ফিকা চাহ খোৱাৰ কি প্ৰয়োজন! এনে সময়ত হয়তো পাঁচ-ছটা লগুৱাই তেওঁৰ কেউদিশে ঘূৰি থাকিলহেঁতেন, চেক্ৰেটৰীয়ে কাষত বহি সকলো কথা টুকি ৰাখিলেহেঁতেন, টেলিফোনে ৰিং কৰি থাকিলেহেঁতেন......তলত ফাটফিট ইউনিফৰ্ম পিন্ধা ড্ৰাইভাৰে তৎক্ষণাত ওলাই গাড়ীখনৰ দুৱাৰ খুলি দিলেহেঁতেন; আৰু মোৰ ভাৰ হ'ল, তলৰ আলিবাটত এখন উৰাজাহাজৰ দৰে গাড়ী বৈ আছে!

মই কিছু অপৰাধী আৰু কিছু খং ভাবে প্লেটবোৰ ট্ৰেৰ পৰা উলিয়াই উলিয়াই বাহিৰত থ'বলৈ ধৰিলো। এই মিঠাই নিমকী আদি মই আমাৰ চুবুৰীটোৰ আটাইতকৈ ভাল দোকানখনৰ পৰা আনিছিলোঁ; কিন্তু এই সময়ত সেই সকলোবোৰ বৰ সস্তীয়া আৰু চকুত নলগা ধৰণৰ যেন লাগিল, তাত যেন 'বজাৰৰ' গোন্ধটো মই



পাইছিলোঁ। আমাৰ ইয়াত তেনেকুৱা কাপ-প্লেটতো নাই—য'ত এনে সন্মানিত আলহীক খাবলৈ দিব পাৰি। ট্ৰেত পৰা তাৰেলখন এবাৰ ধোবাৰ দ্বাৰা ধোঁৱাওতেই কেনে খৰখৰীয়া হৈ গ'ল। তাৰেলখনৰ কোনো এটা অংশ ফাটি গৈছে আৰু তলৰ ট্ৰেত থকা কাপোৰ মিলৰ বিজ্ঞাপনটো স্পষ্ট হৈ পৰিছে। ভাবিব, ছালাই বিনা পইচাতে ট্ৰেখন আনিছে। মই সুৰুঙা চাই সেই কোনাটো ঢাকি দিলোঁ। মোৰ চাহখিনি সোৱাদহীন এই কাৰণেই লাগিছিল যে কাণ চিঙা কাপটো তেখেতৰ ভাগতেই পৰিল। ভাল লাগিছিল যে সেইফাললৈ তেখেতে সমূলি মনোযোগ দিয়া নাছিল। তেখেতে হাঁহি-হাঁহিয়েই পুষ্পাৰ লগত কথা পাতি আছিল। হেজাৰেই নহওক, তেওঁতো ঘৰ বুলিয়েই ভাবিছে...।

—"তুমি অফিচলৈ নোযোৱা...... ?" তেখেতে পোনে পোনে মোকেই সুধিলে। মই চক খাই উঠিলো।

—"কথাটো হ'ল আজি মই ছুটী লৈছো। ভাবিলো, আপুনি অহাৰ চেগতে আজি অফিচ জগতৰ বাহিৰত থাকো।" মই নভবা নিচিন্তাকৈ কৈ পেলালো।

—"অনৰ্থক!" তেখেতে বিৰক্তিৰে ক'লে, "এইবোৰ শিষ্টাচাৰৰ কি প্ৰয়োজন আছিল? মোৰতো কোনো ঠিকনা নাই কাক কাক লগ ধৰিব লাগিব। দুপৰীয়াৰ আহাৰো কিজানি ইয়াত খাব নোৱাৰিমেই......"

—"বাহ, এইটো কেনেকৈ হব পাৰে?" পুষ্পাই দাবী জনালে, "আপুনি ক'তো বাহিৰত খাব নোৱাৰে।"

—"চোৱা পুষ্পা, মই ৰাতিৰ সাজ ক'তো নাখাওঁ, কিন্তু দুপৰীয়াৰ কাৰণে জেদ নাপাতিবা।" তেখেতে আত্মীয় ভাবেৰে শেষ সিদ্ধান্তটো জনালে। অৰ্থাৎ দুপৰীয়াৰ কাৰণে আমি যিমানখিনি বস্তুৰ আয়োজন কৰিছিলোঁ, সকলো অথলে গ'ল। সেয়া গধূলিলৈনো ক'ত ভালে থাকিব? গধূলিৰ সাজৰ কাৰণে অলপ-চলপ তৰিতৰকাৰী আনিবই লাগিব।

—"তুমি ছুটী লৈছা যেতিয়া আজিৰ দিনটো বলা একেলগেই ফুৰো। কেইজনমান মানুহৰ লগত চিনাকীও কৰি দিম। কেতিয়বা কামতো আহিব পাৰে।" তেখেতে সন্তোষেৰে মিঠাইটো মুখত ভৰাই এঢোক চাহ খালে।

—"হব, মই আজি ফ্রি।" মই কলো। তেনেহ'লে তেখেতে 'আপোনাৰ' পৰা 'পুষ্পা' লৈ আহিল।

—"মই দুই মিনিটতে খোৱাৰ ব্যৱস্থা কৰি দিওঁ। আপোনালোকে একেবাৰে খাই বৈ ওলাব।" পুষ্পাই কথাখিনি বেচ ৰঙেৰে ক'লে।

—"নাই, এতিয়া নালাগে পুষ্পা।" তেখেতে আগ্রহেৰে ক'লে, "মই এই মুখ হাত ধুইয়েই ওলাম।"

—"তেনেহলে এৰা", উপায় নাপাই মই ক'লো। মই বিচৰা নাছিলোঁ, পুষ্পাই তেখেতক দুই মিনিটীয়া আহাৰ খুৱাওক।

—"ক্ষমা কৰিব, এতিয়াই আহিছো" বুলি কৈ তৎক্ষণাত উঠিলো আৰু বাথৰুম পালোঁ। নাককাটিয়ে কি যে অকণমান বাথৰুম এটা বনাইছে। এডাল হেঙাৰো টানিব নোৱাৰি। গা ধুবলৈ আহি কাপোৰবোৰ তোৰ মূৰত ৰাখিব নেকি? ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি বাথৰুমটো মই ভালকৈ ধুই পেলালোঁ। শ্রীমতীৰ এইবোৰ সৰু কথালৈ চকু-কাণেই নাই। চাবোন-কেচটো পৰিষ্কাৰ কৰিলোঁ, তেলৰ বটলটো খুলি থলো, নতুন চাবোন এটুকুৰা খুলিলো আৰু পটাখন চাফ কৰিলোঁ। কোণৰ মকৰা জালবোৰ আঁতৰালো আৰু মুখ ধুই এনেভাবে বাহিৰলৈ ওলালো যেন সেই কাৰণেই মই বাথৰুমলৈ গৈছিলো। তেখেতৰ তাত চাগে সুন্দৰ বাথৰুম আছে। গৰম আৰু চেঁচা পানীৰ পৃথক পৃথক টেপ আছে, বাথৰুমটো তপতে ৰখাৰ সুবিধা আছে। টাব, ৱাচ-বেচিন, কমোড সকলোবোৰ নতুন ডিজাইনৰ হব—চিনেমা আৰু হোটেলবোৰত যি দেখা পাওঁ সেই-ধৰণৰ। কি কৰিম, আমাৰ ইয়াততো আৰু সেইবোৰ নাই! অবশ ভাবে মই হুমুনিয়াহ কাঢ়িলো। নাজানো, এইবোৰ ভাগ্যত আছে নে নাই!



ইতিমধ্যে পুষ্পা তেখেতৰ সৈতে একেবাৰে স্বাভাৱিক হৈ পৰিছিল আৰু হাঁহি হাঁহি কথা পাতি আছিল। যেতিয়া মই ওলাই আহিলো তেতিয়া দেখা পালো তেখেতে অপলক নেত্রে পুষ্পাৰ ফালে চাই আছে যেন পুষ্পাৰ সৌন্দর্য্যহে নিৰীক্ষণ কৰিছে। ঠিক আছে, মোৰ এই মূৰ্খালি আৰু অসমৰ্থতা স্বত্বেও যদি তেওঁ তেখেতক 'এট হোম'ৰ অনুভৱ কৰাব পাৰে তেন্তে হানিয়েই বা কি? কিন্তু ডাঙৰীয়া আপুনি অতিথি, সেই কাৰণেহে তেওঁ ইমানখিনিতে সন্তুষ্ট আছে, সন্মান কৰা যেন দেখুৱাইছে, নহলে তেওঁ আপোনাৰ মূৰত উঠিলহেঁতেন। আপুনি নিজৰ ঘৰত সন্মানিত হব পাৰে, এওঁ যদি এবাৰ চল পায় তেনেহলে কাৰো মহানতা বজাই নাৰাখে। আপুনি নাজানে এওঁ কিমান উদ্দণ্ড আৰু মূৰ্খ, কাকো মহান বুলিও নাভাবে। অতিথি বুলিও নাভাবে...এওঁৰ কাৰণে.......।

চাহ খোৱা চলি আছিল। মই ঠিক জানো, পুষ্পাই তেখেতক এবিধ বস্তুও লোৱাবলৈ আগ্রহ দেখুৱা নাই, নিজে যি লৈছে সেয়াই। আপুনি যদি সঙ্কোচ কৰে, তেনেহলে সেইটো আপোনাৰ কথা। ভাল মতলবী তিৰোতাৰ পাল্লাত পৰিছো দেই। মই যদি অলপ হাত টানি নধৰোঁ তেনেহ'লে এইখন আৰু ঘৰ গুচি বাঁহ-তলহে হ'ব। ঘৰৰ বহুভাগ কাম মই নিজে কান্ধ পাতিলৈ এওঁৰ স্বভাৱ নষ্ট কৰিছো। আৰম্ভণিৰ পৰাই কড়া হোৱা হ'লে, এওঁ একেবাৰে পোন হৈ গ'লহেঁতেন।

তেখেতে কান্ধৰ পৰা চাদৰখন নমাই চকীৰ হেদালিত থৈ বাথৰুমলৈ যোৱাৰ ভাৰত সুধিলে,—ইয়াৰ ওচৰত কৰবাত টেলিফোন হ'ব নেকি? দুই এজন মানুহক মই অহাৰ খবৰ দিব লাগিছিল। তোমাৰ বাহিৰেতো আন কাকো মই অহাৰ আগজাননী দিয়া নাই। নহ'লে জানো এতিয়া শান্তি পালোঁহেতেন?

—"ডাঙৰীয়া, ইয়াততো নাই। বাহিৰলৈ ওলাই গ'লে বেকাৰী-ৱালাহঁতৰ তাৰ পৰা কৰিব পাৰিম।" অপৰাধীৰ দৰে মই ক'লোঁ। তেখেতে মাথো মোকেই খবৰ দিয়াৰ উপযুক্ত বুলি ভাবিলে, এই

চিন্তাত ভাৱাক্রান্ত হৈ ভাবিলোঁ, আপুনি ইচ্ছা কৰিলে গধূলিলৈ ইয়াতে টেলিফোন লগোৱাব পাৰে। আপোনাৰ জ্ঞানো চা-চিনাকীৰ প্ৰাভাৱ কম? আপুনি কৰিব নোৱাৰে কি? এবাৰ মাথো ইচ্ছা প্ৰকাশ কৰিলেই জেনেৰেল মেনেজাৰে নিজৰ তত্বাৱধানত ফোন লগাই দিব। এইবোৰ কথা ভাবি থাকোতে তেখেতৰ ব্যক্তিত্ব মোৰ বাবে বেছি প্ৰভাৱশালী হৈ পৰিল। এই তুলনাত পুষ্পাক মোৰ মূৰ্থ আৰু নীচ যেন লাগিল। শাৰীখন পিন্ধাৰ কি ধৰণ, যেন কোনোবা চাহাবৰ ঘৰত কাম কৰা আয়াহে। তেখেতৰ ঐশ্বৰ্য্যশালী পৰিবেশত ৰাখি যেতিয়া তেওঁক মই নিৰীক্ষণ কৰিলোঁ, তেতিয়া মোৰ ভাৱ হ'ল যেন এওঁ ভিক্ষা মাগিবলৈ অহা কোনোবা শৰণাৰ্থী তিৰোতাহে। আৰম্ভণিৰ পৰা মোৰ ভাৱ হৈছিল যেন জানি বুজিয়েই তাই এখেতক মহান ব্যক্তি বুলি মনা নাই। তেওঁৰ ওচৰলৈ যদি সাক্ষাত ভগৱানো আহে তেন্তে এই ছালাক কুকুৰ বনাইহে এৰিব। হেৰা, তুমি মোক তিলমানো সন্মান নকৰা, নালাগে; কিন্তু মই আনক যিখিনি সন্মান কৰোঁ সেইখিনিতো কৰা। ইমান ডাঙৰ মানুহ, মোৰ ইয়াত আলহী হৈছে। এইখিনি ভাবি কিছু সন্মান মোকো উপহাৰ দিলেনো কোনখন মহাভাৰত অশুদ্ধ হৈ যায়? কিন্তু সেই নিৰ্বোধ মগজুৰ পৰা সেইবোৰ আশা কৰাও বৃথা।

তাত থিয় হৈ হৈয়েই পুষ্পাই যদি ইঙ্গিত দি দিয়ে যে, 'বাথৰুম সেইফালে আছে। আগবাঢ়ি যাওক।' এই ভয়তে মই আগবাঢ়ি গ'লোঁ, "এইফালে আহক, আপোনাক বাথৰুমটো দেখুৱাই দিওঁ।" সেই যেন তাজমহলটোহে। তথাপি মই আগবাঢ়ি গৈ তালৈকে থৈ আহিলোঁ। "মই এতিয়াই গৰম পানী আনিছো।" বুলি কৈ পাকঘৰৰ ফালে দৌৰিলোঁ। কেটলীত পানী উতলি আছিল। তাকে বাল্টিত ঢালি আনিলোঁ। সিফালে তেখেতে চেচা পানীৰে হাত ধুই আছিল। মই আচৰিত হৈ ক'লো, "ইছ্ ইছ্, কি কৰিলে? মই গৰম পানী আনিছো নহয়!"

যেতিয়া তেখেতে দুৱাৰখন বন্ধ কৰি ল'লে, তেতিয়া মই পুষ্পাৰ



কাষ পালোঁ, "তাৰ পৰা বাচনবৰ্ত্তনবোৰ গুঠোৱা কিয়?...।" তাৰ পাছত বৈ গ'লোঁ, এই সময়ত মিছাতে এটা হুলস্থুলহে হ'ব।

—"এতিয়াই লৈ গৈছো। গধূলিলৈ অলপ তৰি-তৰকাৰী আনিব।" এয়া চাওক, এই ছালীয়ে বেলেগ এটা সমস্যা আনি উপস্থিত কৰিলে। টিকিলি মাৰোতেই বিকটতম সমস্যা এটা সৃষ্টি কৰা এইৰ বাবে কিমান উজু। সদায় এনে সঙ্কট মুহূৰ্ত্তত তেওঁৰ এইবিলাক কাম মনত পৰে। ঘেঁহুখিনি গুৰি কৰি ৰাখিছিলোঁ বুলিহে, নহলে তাৰো ফৰমাইচ এতিয়াই হ'লহেঁতেন। খং দমাই ক'লো, "তুমি কাৰোবাৰ দ্বাৰা অনাই ল'বা। মইতো এখেতৰ লগতেই যাব লাগিব। নগলে বেয়া হব।"

তেওঁ মুখখন বিকটাই দিলে; অৰ্থাৎ মই তেখেতক অকণমান সময় বহুৱাই গৈ তৰি-তৰকাৰীখিনি আনি দিব পাৰো। তেখেতকে যদি আকৌ বজাৰ কৰাৰ কথা কৈ দিয়ে! তেখেতৰ উপস্থিতিতেই মোক যিহকে পায় তিহকে কব পাৰে, এই কাৰণে সোনকালে ওলাই যোৱাই মঙ্গল।

যোৱা কালিয়েই চুটজোৰ ইস্ত্ৰী কৰাই লৈছিলোঁ, কিন্তু পিন্ধাৰ পিছত ভাব হ'ল যে ইয়াক ধুৱাই লব লাগিছিল। সন্মুখৰ আয়না-খনত নিজকে বৰ কুৎসিৎ যেন লাগিছিল। ধুই ললেনো কি হ'লহেতেন, কাপোৰতো সেয়া ফেৰীৱালাৰ পৰাই কিনা।...লগত নাযাম নেকি? একেবাৰে চাকৰৰ দৰে দেখাব। নিজৰতো সেই-বোৰৰ ঘৰলৈ অহা যোৱাৰ একো গুৰুত্ব নাই! কোটৰ বাহুৰে কামিজৰ লেতেৰা কফ কলাৰে ঢাকি থাকোতে মনলৈ আহিল, ইয়াকনো ক'ত ঢাকি ৰাখিব পৰা যাব। যেতিয়াই কিবা কামৰ বাবে হাতখন আগ বঢ়াম, তেতিয়াই সি ওলাই পৰিব। জেপত মুঠতে বাৰ টকা আছিল, অলপ নম্ৰতাৰ সুৰেৰে কলোঁ, "হেৰা দহ-পাঁচ টকা আছে যদি নিদিয়া কিয়? ক'ত লাগে কি ঠিক।"

—"এতিয়া দেখোন মাহৰ শেষ। মোৰ তাত মাত্ৰ বিশ......"

—"তেনেহলে তাকেই দিয়া, কৰবাৰ পৰা ধাৰে আনিম।" মই

তেওঁৰ কথাৰ মাজত খৰধৰকৈ কলোঁ, "বুৰ্বক ক'ৰবাৰ, এনে সময়ত আকৌ গোটেই মানুহবে হিচাপ কিতাপ বুজাবলৈ আহিছে। এতিয়াই তেওঁ ওলাই আহিলে সকলো পণ্ড হৈ যাব।"

তেখেতে গা-পা ধুই বাহিৰলৈ ওলাল। আমি দুয়ো এনেদৰে সচেতন হৈ পৰিলোঁ, যেনিবা নেপথ্যৰ পৰা ওলাই আহি ষ্টেজতহে উঠিলোঁ। কান্ধত মূৰৰ পানীবোৰ বৈ আহি পৰিছিল, চুলিবোৰ সিঁচৰিত হৈ আছিল। হাতেৰে মোহাৰি মোহাৰি চুলিবোৰ ভালদৰে মচি ল'লে আৰু তেলৰ বটলটো লৈ বাহিৰৰ বৈঠকখানালৈ সোমাই আহিল। 'নাৰিকলৰ তেল'। কথাখিনি মই এইদৰে কলোঁ যে তেখেতে যদি মন নকৰে তেন্তে তাক লব নালাগে। জবাকুসুমৰ বটল জানো সকলোৰে থাকে ?

—"ভাল বাৰু," কোনো জড়তা নোহোৱাকৈ তেখেতে ক'লে। আয়নাখনো বৰ সস্তীয়া, মই কবলৈ গৈ বৈ গলো। আইনাখন নিজৰ কোটত মোহাৰিয়েই আগবঢ়াই দিলোঁ। তেখেতে বৰ সন্তোষেৰে মূৰত তেল লৈ আঁচুৰিলে।

—"বলা, তোমাকো ফুৰাই আনো......" তেখেতে মিচিকিয়াই পুষ্পাক ক'লে।

—"এওঁ এতিয়া ক'ত......আপুনিতো নাজানে, কলৈ কলৈ যাব লাগিব।" মই এনেদৰে প্ৰতিবাদ কৰিলোঁ যেন সচাঁকৈয়ে তেওঁ যাম বুলি কব পাৰে। ভিতৰে ভিতৰে হুমুনিয়াহ কাঢ়িলো, হায়, মোৰ তিৰোতা আপোনাৰ লগত জানো যাব পাৰে। তেওঁ বিদ্বানেই, নে ব্যৱহাৰ-কুশলেই। কাটা-চুৰীও ধৰিব কিজানি নাজানে। ময়োনো কত জানো ? কিন্তু এওঁতো সেই আদব শিকিবও নোৱাৰিব।

—"অহাৰ সময়ত কিছু কল-কমলা লৈ আহিব···" লাগিলে লেঠা। ওলাই যাব খোজাৰ লগে লগে ফৰমাইচ আহিলেই। ভাগ্যে আপেল, আনাৰসৰ কথা তুলিয়ালে। এনে লাগিল, উভটি আহি দুয়ো হাতেৰে টেটুত চেপি ধৰিম···বোলোঁ, যৰ পৰা তৰি-তৰকাৰী



আনিবা, তাৰ পৰাওতো এইবোৰ আনিব পাৰা ? কিয় মোক বিৰক্ত কৰিব লাগে ? দুই চাৰি পইচাহে বেচি লব।

মই নুশুনাৰ ভাও জুৰি একাষত থিয় দি থাকিলোঁ। বিনা দ্বিধাই দাঁতৰ আলু উলিয়াই উলিয়াই তাই তেখেতক সোনকালে আহিবলৈ ক'বলৈ ধৰিলে। এওঁৰ চেহেৰানো কি চাবা। খেদেলী কৰবাৰ! তেখেতক কতো খাই নাহিবলৈ তাই অনুৰোধ কৰি আছিল।

বাটত তেখেতৰ ছাঁৰ দৰে মই গৈ আছিলোঁ। হায়! বাটত ওলাওঁতে যদি লেতেৰা নৰ্দমাবিলাক, খালি টিন, কাগজৰ মোনাবোৰ নাথাকিলহেঁতেন আৰু তিৰোতাবোৰে পেটিকোট আৰু ব্লাউজৰ ওপৰত কিবা বেলেগ কাপোৰ একোখন ল'লেহেঁতেন, কুকুৰবোৰ যদি নোদোকা আৰু ধুনীয়া হ'লহেঁতেন! বাহিৰ ওলায়ে মই এইদৰে চাইছিলোঁ যেন আকাশী জাহাজ যেন গাড়ীখনৰহে অনুসন্ধান কৰিছো। এই গাড়ীৰ ছবি মোৰ মগজুত অহৰহ ঘূৰি আছিল।

বেকাৰীৱালাৰ দোকানলৈ গৈ মই যথা সম্ভৱ নিৰ্ভয়তাৰে আৰু আত্মবিশ্বাসেৰে ক'লোঁ, "ভাই দুটামান ফোন কৰিম......" কেতিয়াও দহটা পইচাৰ বিস্কুট এখন নিকিনা এই মানুহজনক বেকাৰীৱালাই আশ্চৰ্য্যৰে এবাৰ চালে। তেওঁ ফোনলৈ ইঙ্গিত কৰি সেই আগৰ দৰেই ভাটিৰ ওচৰত থিয় দি চকা ঘূৰাই ঘূৰাই শ্লাইচ সেকিললৈ ধৰিলে।

কিছু সময় তেখেতে ওলমি থকা কামিজৰ ধুনীয়া আস্তিনৰ হাতখনেৰে টেলিফোনৰ ডায়েল ঘূৰাই থাকিল। ছালা, তই কি বুজিবি, মোৰ লগত কোন আছে ! তইনো কি ? টফী আৰু বিস্কুটহে গোটেই দিন থিয় হৈ হৈ বিক্ৰী কৰ! কিন্তু এখেতৰটো পাঁচ-ছটা মিলেই আছে। মিল নে ফেক্টৰী ? তোৰ দৰে চাকৰ এখেতৰ অফিচত সোমাবলৈ সাহসেই নকৰে কিজানি। বোধহয় কোনোবা মিনিষ্টাৰ নাইবা কমিচনাৰৰ লগত কথা পাতিছে—"নহয়, ডাঙৰীয়া, মই ইয়াতেই উঠিছো। নিজৰেই ঘৰ।" নাজানো সিফালৰজন কোন ? মোক জানো ভাল চাকৰী এটা দিব নোৱাৰে ?

দুই তিনিটা ফোন কৰিলে। মই তৎক্ষণাত টকা উলিয়াই দোকানীজনৰ কালে আগবঢ়াই দিলোঁ। 'হেৰা, হেৰা,……বুলি তেখেতে মাতোতেই থাকিল। তেখেতৰ জেকেটৰ বুটামেই খুথুলিল।

ইমান ডাঙৰ মানুহ, যাৰ এটা ইঙ্গিতত ভালতকৈও ভাল বাহন আহি হাজিৰ হয়, তেখেতৰ আগত স্কুটাৰ বা বাছ একেবাৰে তুচ্ছ। টেক্সীয়েই ভাল হ'ব। নাজানো কলৈকে যায়, কিমান মিটাৰ হয় … দেখা যাব। দুপৰীয়াৰ খোৱাতেইতো দহ-পোন্ধৰ টকা ওলাই গ'লহেঁতেন। সেই টকা ইয়াতেই খৰচ কৰা বুলি ভাবিম। মই দিব নালাগিবও পাৰে…আৰু দিব লাগিলেও তাক ইনভেষ্টমেণ্ট বুলিয়ে ভাবিম .. মই টেক্সীলৈ সঙ্কেত দিলোঁ…।

তেখেতে বাৰে বাৰে আগ্ৰহ প্ৰকাশ কৰা স্বত্বেও মই তেখেতৰ ওচৰত নবহি ড্ৰাইভাৰৰ ওচৰত বহিলোঁ। দিল্লীৰ টেক্সীৰ ভিতৰ ফালৰ অৱস্থা যে ইমান শোচনীয় আজিহে গম পালোঁ। ফটা-চিটা গাদী, খটৰ্ খটৰ্ চুঁ চুঁ শব্দ…চকা যি স্পীডতেই নচলক, কিন্তু মিটাৰৰ পইচা স্পুটনিকৰ গতিৰে আহে। প্ৰত্যেকবাৰ মিটাৰৰ কুঁটা সলনি হোৱাৰ লগে লগে মোৰ বুকুত খুন্দা মাৰি ধৰে।

বহি থাকোতে এনেয়ে পুষ্পাৰ ওপৰত মোৰ খং উঠিল। ছালী-নীচ কৰবাৰ ! মই এনেয়ে ভাবিলোঁ। মনত নেখালাল তেখেতৰ লগত কি কথা পাতিম ? একো নাই, একো নাই, এই ল'ৰা তিৰোতা আৰু গৃহস্থীয়ে মোৰ কাৰণে একো ৰখা নাই। ভাবিলোঁ যি কম সেয়া বৰ তৰল আৰু অমূলক হ'ব। ভাবিব, এওঁ সামান্য ক্লাৰ্ক হৈয়েই আছে। নাজানো, সেই মুহূৰ্ত্তত কিয় মই—পিচফালে থকা অতিথিৰ কথা পাহৰি গৈছিলোঁ। মূৰ্খ, খাব নোপোৱা, নিবোকা চামোন… মই সমপৰ্য্যায়ৰ নহও নাই, কিন্তু এয়াতো নীচতাৰ চৰম নিদৰ্শন, যদি কোনোবা এজনক এদিনৰ অতিথি বুলি ভাবিও সম্পূৰ্ণ-ৰূপে আপ্যায়িত কৰিব নোৱাৰোঁ। ধৰি লোৱা, এদিন যেনিবা এজন ডাঙৰ মানুহ মোৰ তালৈকে আহিলেই, তেতিয়া … ।

• • •

# এজোপা মহুৱা গছ

—মাৰ্কণ্ডেয়

দুখনাক গাৱঁৰ কেৱে নোজোকায়। সাধৰণতে গাৱঁৰ চেঙেলীয়া ল'ৰাইঁতে নোজাকায়, এনে বুঢ়া মানুহ বৰ কমেই ওলাব। কিবা নহয় কিবা এটা চেলু উলিয়াই বেচেৰা বুঢ়াইঁতক ইহঁতে যে নোজোকাব, এনে সম্ভাৱনা বৰ কম। চৌখী বুঢ়াক কৰমদীন আৰু নাথুক কেৰেলা বুলি কৈ দিয়া—হৈ গ'ল আৰু। ধাৰাসাৰ গালিৰ বৰষুণ কি চাবা ! ল'ৰা-ছোৱালী কিয়, ডাঙৰবোৰেও ইয়াৰ আমোদ ল'বলৈ ধৰে আৰু এইদৰে এখন বিনামূলীয়া খেলে নীৰস গ্ৰাম্য জীৱনলৈ ৰসৰ নিজৰা বৈ লৈ আহে। বাটেৰে গৈ থকা গঙ্গাক শোভা পণ্ডিতে মতা বুলি কোৱা মাথোন—আৰম্ভ হৈ গ'ল এখন অসাধাৰন খেল। গালিৰতো কথাই নাই, শিল-ইটা আৰু বোকা পানীও বাদ নপৰে। কিন্তু বুঢ়ী দুখনাৰ ক্ষেত্ৰত এইবোৰৰ ব্যতিক্ৰম দেখা যায়। দুখনাক ল'ৰা-ছোৱালীয়ে আইতা, বোৱাৰী-ছোৱালীয়ে মাছ আৰু বয়সস্থবোৰে দুখনা খুৰীৰ বাহিৰে অইন একো সম্বোধন নকৰে।

দুখনাৰ নিজৰ বুলিবলৈ আছে এটি ধুনীয়াকৈ লিপা-মচা, পৰিস্কাৰ-পৰিচ্ছন্ন জুপুৰী, দুই এটা বাচন, কলহ আৰু জুপুৰীৰ সন্মুখত জকমকাই থকা মহুৱা গছ এজোপা।* এইখিনিয়ে তাইৰ মুঠ সম্পত্তি। এই

* পানী জামৰ দৰে এবিধ গছ। ইয়াৰ ফুল আৰু ফল দুয়োবিধকে খাব পাৰি। ইয়াক সংস্কৃতত মধুক বোলে আৰু ইয়াৰ পৰা মদিৰাও তৈয়াৰ হয়। গছ জোপা থৰি আৰু সুকাঠী হিচাবেও বিখ্যাত।

মছুৱা জোপা তাই নিজেই রুইছিল, তাক প্ৰতিপাল আৰু চোৱাচিতা কৰিছিল। এতিয়া তাইৰ বয়স হ'ল—প্ৰায় পঞ্চাশ বছৰ। এসময়ত দুখনাই ইয়াক নিজৰ সন্তান যেন ভাবিছিল, কিন্তু এতিয়া তাৰ বিশাল পৌৰষৰ ছাঁত তাই নিজকে আশ্ৰিত বুলি জ্ঞান কৰে। কাৰ সাধ্য যে তাৰ সৰু ডাল এটাও কোনোবাই চিঙিব! কোনো জমিদাৰৰ উটেই হওক অথবা ভগৱানৰ হাতীয়েই কিয় নহওক, দুখনাৰ জীৱিত কালত কোনেও তাৰ তলত আন কি ৰ'বও নোৱাৰে।

মছুৱাৰ ফুলনো কি—যেন মিছিৰীৰহে দানা! গাৱঁৰ মানুহে ইয়াক মিছিৰীয়া বুলি কয়েই দেখোন! অকণ অকণ জকমকাই থকা তাৰ ফুলবোৰ যেন অসংখ্য মুকুতাহে। এই কণ কণ আৰু অতি পৰিস্কাৰ ফুলবোৰৰ সন্মুখত মুকুতাৰ সৌন্দৰ্য্যও নগণ্য। এই গছ জোপাই *যিমান দূৰলৈ ছায়া দিয়ে সিমানলৈকে* দুখনাই গোবৰেৰে লিপে আৰু দিনে ৰাতিয়ে এডাল বাঁহৰ লাঠী লৈ ইয়াক পহৰা দি থাকে। ক'ৰবাৰ পৰা গৰু-ছাগলী আহি জানোচা সৰি থকা ফুলবোৰ গছকি পেলায়। জানোচা মছুৱা বুটলিবলৈ কণ কণ ল'ৰা ছোৱালীহঁত খৰাহি হাতত লৈ আহি ইয়াত জুম বান্ধে! দুখনাৰ সদায় এই-*বোৰেই চিন্তা!*

ৰাত যেতিয়া উজ্জল স্বচ্ছ জোনাকৰ চাদৰ খনে ধৰণীক ঢাকি ধৰে আৰু সেই বিশাল মছুৱা গছৰ লঠা লঠা ডাল আৰু তাৰ পৰা ওলোৱা সৰু সৰু পাত নোহোৱা জোপোহাবোৰৰ পৰা একো একোটা ফুল সৰি পৰে, তেতিয়া দুখনাৰ এনে লাগে যেন ৰেচমৰ পাতল পাখিৰে স্বৰ্গৰ দূতে তাইৰ সন্মুখত মুকুতাহে বৰষাইছে। তাই একে থৰে, এক পিপাৰ্ত্ত দৃষ্টিৰে চাই চাই বহুত সময় পৰ্য্যন্ত নিজৰ জুপুৰীৰ সন্মুখত বাহ থাকে।

আজি কেই বছৰ মানৰ পৰা দুখনাৰ তীৰ্থ লৈ যাবলৈ বৰ ইচ্ছা। ওচৰ-পাজৰৰ বহুতেই ইতিমধ্যে গঙ্গা স্নান কৰি আহিল। ফাগুন-চ'তত গঙ্গা স্নান কৰিলে, আঘোণত কাশী দৰ্শনৰ পূণ্যও লাভ কৰিলে সেইবোৰে, কিন্তু দুখনা ক'লৈকো যাব পৰা নাই। যোৱা মাহত



হৰখুৰ মাকে তীৰ্থ লৈ গৈ মূৰ তপা কৰি ডিঙিত তুলসীৰ মণি-মালা লৈ আহিল। তেতিয়াৰ পৰা দুখনাই এওঁক বৰ আদৰ সাদৰ কৰা হ'ল। হৰখুৰ মাকেও প্ৰতিদিনে কিবা নহয় কিবা এটা নতুন কথা দুখনাক ক'বই।

—"মাই, ত্ৰিবেণী দৰ্শনৰ দ্বাৰা পাপ হৰণেই কেৱল নহয়—আৰু বহুতো কিবা কিবি লাভ হয়। তালৈ কিচিম কিচিম মানুহ দূৰ-দূৰণিৰ পৰা খোজ কাঢ়ি কাঢ়ি আহে। কিমান যে এনে মানুহো আছে যাৰ ভৰিয়ে নাই—কিন্তু সেই সকলেও গঙ্গাত বুৰ মাৰি আত্মাক পবিত্ৰ কৰিবই—ঈশ্বৰৰ কি যে মহিমা! ঈশ্বৰৰ মহিমা নহ'লেনো চোৱাচোন, মোৰ ভৰিলৈয়ে কৰপৰা ইমান বল আহিল? এয়া ভগৱানৰে মায়া যে এই বুঢ়া কালত সকলোবোৰবে দৰ্শন কৰিবলৈ পালোঁ।"

—"এইবোৰ সকলো ভাগ্যৰ কথা, হৰখুৰ মাক! তোক ভগৱানে সতি-সন্তান দিছে; ঘৰবাৰী, চাওঁতা-চিতোঁতা আছে। তই আহ-যাহ কৰিব পাৰ। মই এই পঁজাটো যদি এৰি যাওঁ তেন্তে এই মছুৱা গছ জোপাৰ ডাল এটাও নাথাকিব।" দুখনাৰ চকুত এটা সন্তোষৰ আভা স্পষ্ট হৈ পৰিল। হঠাতে এবাৰ তাই হৰখুৰ মাকৰ পিনেও চালে।

হৰখুৰ মাকে কলে "কেতিয়ালৈ এইবোৰৰ পৰ দি থাকিবা মাই! এই দুদিনীয়া জীৱনতে যদি তীৰ্থ ব্ৰত নকৰা তেন্তে ভৱিষ্যতটোনো কি হ'ব! দুনিয়াত আৰু কাৰো ঘৰত এনে গছ-গছনি নাই নে? কিন্তু কোনে তাক এনেকৈ পৰ দি বহি আছে!"

দুখনা কঁপি উঠিল। দুয়োখন হাত মাটিত পাৰি, বেৰত পিঠিখন লগাই বহি বহি ক'বলৈ ধৰিলে—"হৰখুৰ মাক, তই ঠিক কথাই কৈছ—কিন্তু তই জানো নাজান, এইখন দুনিয়াত দুৰ্বলক সকলোৱে হেচি ধৰে। মাটি হ'ল ঠাকুৰৰ, গছ মোৰ। এতিয়া ঠাকুৰে ভঁৰাল ঘৰ এটা সাজিবলৈ ধৰিছে—কাঠ পোৱা নাই হেনো! কয় বোলে গছজোপা তেওঁক দিব লাগে—বৰ কামত আহিব।"

—"তেনেহ'লে নিদিয়া কিয় !" হৰখুৰ মাকে কথাটো মাজতেই কাটিলে। "তাৰপৰা টকা আনি তীৰ্থ লৈ গুচি যোৱা। তুমি মৰাৰ পিছত হ'লেওতো গছ জোপা তাৰেই হ'ব।"

তুখনাৰ মাজ তালুত যেন এটা সাঁপেহে খোঁট মাৰিলে। দুয়ো হাতেৰে মূৰটো হেঁচি ধৰিলে। অতীতৰ ঘটনা তাইৰ দৃষ্টিৰ সন্মুখত নাচিবলৈ ধৰিলে।

সম্ভৱতঃ পঁচিশ বছৰ মান আগৰ কথা হ'ব! তেতিয়া তুখনাৰ গিৰীয়েক জীৱিত আছিল। দহ বিঘা মাটিত সি খেতি কৰিছিল। জেঠুৰা খৰত এবাৰ সি কুঁহিয়াৰত পানী দিবলগীয়া হ'ল। কুঁৱাৰ পৰা পাল পাতি পাতি পানী তুলিব লগীয়া হৈছিল—আৰু এইদৰে বহু সময়ৰ মূৰতহে তাৰ পাল পৰিছিল। সি ৰাতিয়ে দিনে এই পানী তোলা কামতে লাগি থাকিব লগীয়া হৈছিল। তুখনাও আহাৰ-বিহাৰ লৈ গৈ তাতে বহি থাকিছিল। তেনে সময়ত সি কৈছিল—"তই ইয়াত কিয় পুৰি মৰিব ধৰিছ! মই এতিয়াও জীয়াই আছো নহয়—তই সতী যোৱাৰ দৰ্কাৰ হোৱা নাই, ঘৰলৈ যা গৈ। আজি মই পানী সিঁচা কাম শেষ কৰিহে যাম।"

তুখনা ঘৰ পোৱা নাছিলেই চাগে'—সি চামৰাৰ পানী তোলা বেগটো কান্ধত লৈ খোজ দিওঁতেই অজ্ঞান হৈ পৰিল। কেইবাজনো মানুহে ধৰা-ধৰিকৈ কোনোমতেহে ঘৰ পোৱালে। তুখনাই আৰ্ত্ত-ৰাৱে কান্দিবলৈ ধৰিলে। তাৰ শুকান খৰখৰীয়া হাত তুখন নিজৰ গালত তাই ঘহি থাকিল—কিন্তু তাৰ জ্ঞান হ'লে আৰু ফিৰি নাহিল। বৰ সাংঘাতিক জ্বৰ। গোটেই শৰীৰতে যেন জুইহে জ্বলিছে। তুখনাই বহুত দৌৰা-দৌৰি কৰিলে। ঘৰে ঘৰে গৈ সহায়ৰ হাত পাতিলে, কান্দিলে, কিন্তু একো কামত নাহিল। সি চিৰদিনৰ কাৰণে গুচি গ'ল। ইয়াৰ পিছ দিনাই ঠাকুৰে বেদখলৰ হুকুমনামা পঠিয়াই দিলে।......তুখনাৰ চেতনা ফিৰি আহিল। চকুৰ পৰা হাত আঁতৰাই দেখিলে—হৰখুৰ মাক এতিয়াও বহিয়ে আছে। তাই সুধিলে—"কি ভাবি আছা মাই! এতিয়া আৰু এই মায়া-



মোহ এৰা। এই ক্ষুদ্ৰ কালিতে কাশীলৈ গুচি যোৱা। মল-মাহ * আহিব ধৰিছে।"

—"মায়া মোহৰ কথা তই নাজানিবি হৰখুৰ মাক! এই সন্মুখৰ পথাৰখন দেখিছা নহয়! এইবোৰ মোৰেই আছিল। এইখন বাগিছাত শ শ জোপা গছ আছিল। কিন্তু এই সকলোবোৰকে ঠাকুৰে কাটি লৈ গ'ল। তাৰ ইচ্ছা যে মই সোনকালে মৰি যাওঁ—তেতিয়া হ'লে সি এই মহুৱা জোপা আৰু মাটি খিনিও গ্ৰাস কৰিব পাৰে!"

—"তেনেহ'লে অইন ক'ৰবাৰ পৰাই পইছা জোগাৰ কৰা। বলা লাগে ময়ো তোমাৰ লগ হ'ম। দুয়ো গৈ গাটো তিয়াই আহোঁ।" হৰখুৰ মাকে কৈ আছিল। এনেতে তুখনা চিঞৰি উঠিল—"জহণীত যোৱাৰ চকু ওলাই গ'ল নেকি—চাচোন কেনেকৈ ফুলি থকা মহুৱা জোপাত উট লগাই দিছে।" হৰখুৰ মাকো থিয় হ'ল। দেখিলে ঠাকুৰৰ উট ৰখীয়াই এডাল বাঁহৰ হাকোটাৰে লবা লবিকৈ মহুৱাৰ ডালবোৰ ভাঙি ভাঙি উটক দিবলৈ ধৰিছে আৰু খিক্‌খিক্‌কৈ হাঁহি আছে। তুখনাই গালি পাৰি পাৰি বাঁহৰ লাঠী এডাল হাতত লৈ উটৰ পিনে চোচালৈ ধমা ধম উটক কোবাবলৈ ধৰিলে। কিন্তু উটৰ গাৰ নোমেই নলৰিল আৰু ডালবোৰ ভাঙি ভাঙি খায়ে থাকিল। উট-ৰখীয়াই হাঁহি হাঁহি কৈয়ে থাকিল—"তুখনা, তোৰ মহুৱাৰ পাতবোৰ বৰ মিঠা অ", আৰু লবা লবিকৈ হাকোটা ডালেৰে ডালবোৰ ভাঙি ভাঙি উটক খাবলৈ দিয়ে থাকিল। তুখনাই উটক কোবাই কোবাই ভাগৰি পৰি খঙতে এইবাৰ উট-ৰখীয়াৰ গাতো মাৰিলে একোৰ। উট-ৰখীয়াই তুখনাক যা-তা গালি পাৰি পাৰি গাৰ জোৰেৰে ঠেলা মাৰি দিলে। তাই গৈ গছৰ তলত উফৰি পৰিল আৰু চিঞৰি-চিঞৰি কান্দিবলৈ ধৰিলে। হৰখুৰ মাকে বুঢ়ীক কোনোমতেহে উঠালে। গাৱঁৰ বহুতবোৰ মানুহ আহি জমা হ'ল।

* প্ৰায় প্ৰতি আঠৈ বছৰৰ মূৰত এই 'মল মাহ' পৰে। সেই বছৰটোত এটা মাহৰ বৃদ্ধি হয়। এই মাহটোক অপবিত্ৰ বুলি গণ্য কৰা হয়।

—"এই বুঢ়ীৰ অন্তৰত পাপে বাহ লৈছে। এই মহুৰা গছজোপা বুকুত বান্ধি বুঢ়ী স্বৰ্গলৈ যাব নেকি ?"

কোনোবা এজনে ক'লে—"মহুৰাৰ পাত—এই বুঢ়ীৰ কাৰণে সোণ, বুজিছ সোণ ! এবা, উটে অলপমান মুখ লগালেই জানিবা ! কিনো বৰ কথা হ'ল ! তাক কোবাব লগীয়া কিয় হ'ল ?"

হৰখুৰ মাকে মাজতে উত্তৰ দিলে—"বুঢ়ী মানুহ, তেওঁ বেয়া পোৱা কামনো কিয় কৰিব লাগে। জানি শুনিও বেচাৰীক কিয় হাৰাশাস্তি খন কৰিব লাগিছে। দুদিনবহে আলহী, কোন দিনা বা সিপুৰীলৈ গুচি যায় ! এইদৰে বুঢ়ী গৰাকীৰ গাত হাত দিয়াটো একো ভাল কথা হোৱা নাই।"

সকলোৱে কথাখিনি ভাল পালে। ঠাকুৰৰ পুতেকো তাতে আছিল। সি ক'লে—"বুঢ়ী হ'ল কি হ'ল—গাৱঁত সেই বুলি কাকো থাকিব নিদিব নেকি ? তয়ো মূৰ-তূৰ খুৱাই তপা হৈ বৰ 'সন্ন্যাসিনী জনী ওলালিহি আৰু !"

কোনো কোনোৱে তাক ধমকি দিলে। তাৰ পিছত মানুহৰ জুমটো লাহে লাহে ভাগি গ'ল।

সেইদিনা ওৰে ৰাতি তুখনাই কান্দিয়ে থাকিল। বুঢ়ীৰ সেই অকণমান জুপুৰীটোত সেইদিনা চাকি বন্তী একো নজ্বলিল। তাই ভাবিলে—এদিনাখন তাই এইদৰেই মৰি যাব আৰু তাইৰ ঘৰ-বাৰী ভাঙি-চিঙি পেলোৱা হ'ব, তাইৰ মৰমৰ এই মহুৰা জোপাও কাটি পেলাব। তাইৰ অবিহনে কোনেনো ইয়াৰ প্ৰতিটো পাত এইদৰে চোৱা-চিতা কৰিব ? তাই জানো ইয়াক বচাবৰ কাৰণে চিৰদিন জীয়াই থাকিব আৰু ইয়াৰ বাবে মানুহৰ গালি-শপনি সহি থাকিব ? তাই অকণমান খাটখনৰ পৰা চলং পলংকৈ বেৰখনৰ আশ্ৰয়লৈ বাহিৰলৈ ওলাই আহিল। ৰাতি এতিয়াও পুওৱা নাছিল—কিন্তু ধোবাহঁতৰ কুকুৰাবোৰে ডাক দিবলৈ আৰম্ভ কৰিছিল। বলধৰ ডিঙিৰ জুনুকাবোৰেও অ'ত ত'ত টুনটুনকৈ বাজি উঠিছিল। তাই



সতৃষ্ণ দৃষ্টিৰে এবাৰ মহুৰাজোপাৰ পিনে চালে। ইয়াৰ সেউজীয়া পাতবোৰ বতাহত ফৰফৰ কৰি সৰিয়লৈ ধৰিছিল। তাই গৈ উটবখীয়াই য'ত মহুৱাৰ ডালবোৰ কাটি দমাই থৈছিল, সেইখিনি পালেগৈ। তাই সেইবোৰক এটা এটা তুলি ল'লে। তাৰ পিছত সেইবোৰক নিজৰ জুপুৰীৰ সন্মুখত ৰাখি অনিমেষ নেত্ৰে সেই-বোৰলৈ কিছু সময় চাই থাকিল। হঠাতে তাইৰ মনত খেলালে—"তাইনো এইবোৰ লৈ কেতিয়ালৈ জীয়াই থাকিব ! উভতি আকৌ এবাৰ গছজোপালৈ চায়। এছাতি বতাহ আহিল। তাৰ পাতবোৰ সৰ্ সৰ্কৈ সৰি পৰিল আৰু গছ জোপা তলৰ পৰা ওপৰলৈ কঁপি উঠিল। এক ধ্যানে সেই বিশাল গছ জোপালৈ তুখনাই চাই থাকিল।

এই বছৰ খুব ফল লাগিব। সেইবোৰ বিক্ৰী কৰি তাই তীৰ্থ ভ্ৰমণলৈ যাব পাৰিব। কিন্তু তেতিয়ালৈ দেখোন "মল মাহ" শেষ হৈয়ে যাব। তাই মনতে ভাবিলে—ইয়াৰ ভিতৰতে তাই কোনো সম্বন্ধীয় লোকৰ পৰা টকা পইছা অলপ লৈ স্নান কৰি আহিব পাৰে দেখোন ! তাৰ পৰা আহি মহুৰা বিক্ৰী কৰি তাই ধাৰ শুজিব। তাই জুপুৰীটোৰ ভিতৰলৈ সোমাই গ'ল। নিজৰ কাপোৰ কানি খিনি গাত মেৰিয়াই ঘৰৰ বাহিৰলৈ ওলাই গ'ল।

এইটো চ'তৰ মাহ আছিল। পুৱাৰ বতাহ ছাতিয়ে তাইৰ আকাংক্ষা আৰু বঢ়ালে। অ'ত ত'ত মানুহৰ দুটা এটা কাঁহ শুনা গ'ল। তুখনাৰ ভৰি তুখনলৈ আৰু নতুন উৎসাহ নামি আহিল। তাই আৰু অধিক বেগে খোজ আগ বঢ়াবলৈ ধৰিলে। চল ফাঁট দিয়াৰ আগে আগে তাই এই গাওঁখনৰ চকুৰ আঁৰ হৈ পৰিল।

বেলি যিমানেই ওপৰলৈ উঠি আহিল চুবুৰীয়া সকলৰ বিচৰা-বিচৰি সিমানেই বেছি হ'ল। সোধ-পোছ কৰিও তুখনাৰ ক'তো একো উৱাদিহ পোৱা নগ'ল। হৰখুৰ মাকৰ অলপ আন্দাজ আছিল। তাই ভাবিলে যে সম্ভৱতঃ বুঢ়ী অভীষ্ট হৈ গুচি গ'ল—কিন্তু গাৱঁৰ অন্য লোক সকলৰ বৰ চিন্তা হ'ল। কোনোৱে কলে—"ক'ৰবাত কুঁৱাত পৰি মৰিল নেকি ?" কোনোৱে ক'লে—"কৰবালৈ গুচি

গ'ল।" কিন্তু যেতিয়া তিনি দিন পাৰ হৈ যোৱাৰ পাছতো কোনো বা-বাতৰি পোৱা নহ'ল তেতিয়া হৰখুৰ মাকৰ কথাকে সকলোৱে বিশ্বাস কৰিলে। ঠাকুৰে যেন এক নৱ-জীৱনহে পালে। যিমান সোনকালে হয় ইয়াৰ দখল লোৱাটোৱে ভাল,—নহ'লে কি অপায়-অমঙ্গল আহি পৰে ঠিকনা নাই। ইপিনে গাৱঁৰ বদমাইচবোৰৰ চকু এই মহুৱা গছ জোপাত লাগিয়ে আছে নহয়! সেইদিনা গোটেই দিন জুৰি কটাৰ পিছতো মহুৱাৰ ডালবোৰ শেষ নহ'ল। শেষত যেনিবা পোহৰৰ ব্যৱস্থা কৰি গছ কটা কাম চলিল। ওৰে ৰাতি গছ কটাৰ পিছত পুৱা ঢল ফাঁট দিয়াৰ সময়তহে কোনোমতে গছ জোপা ভীষণ শব্দেৰে কৰকৰকৈ তুখনাৰ জুপুৰীৰটোৰ ওপৰতে বাগৰি পৰিল। জুপুৰীৰ বেৰ-ছাল সকলোকে মষিমূৰ কৰিলে। তুখনাৰ মাটিৰ কলহ আৰু অকণমান খাটিয়াখন টুকুৰাটুকুৰ হৈ গ'ল।

গাৱঁৰ ল'ৰা-ছোৱালীবোৰে গছৰ ডালত ওলমিবলৈ ধৰিলে। তিৰোতাবোৰে খৰিৰ কাৰণে গছৰ ডাল ভাঙি নিয়াত লাগিল। ছাগলী আৰু উটবোৰৰতো ৰাম ৰাজ্যই হ'ল। এটা বৰ ডাঙৰ সমাবেশ—পাত আৰু মানৱৰ একত্ৰিত সমাবেশ। তাত সকলো আছিল—কেৱল নাছিল হৰখুৰ মাক।

সেইদিনা তুপৰীয়া যেতিয়া লাখুটিৰ ওপৰত ভৰ দি কঁপি কঁপি ঢলং পলংকৈ তুখনাক মানুহে অহা দেখিলে—তেতিয়া সকলোৱে ভূত দেখা দিলে। সন্মুখলৈ কোনো নাহিল। ঠাকুৰ বাহিৰৰ পৰা গৈ যি এবাৰ ভিতৰ সোমাল, বাহিৰলৈ আৰু ওলাই নাহিল। ল'ৰা-ছোৱালীবোৰে তুৱাৰৰ জলঙাৰে চাই ভয়তে তুৱাৰতে লাগি থাকিল। হৰখুৰ মাকে জমিদাৰক গালি দি দি বুঢ়ীৰ ওচৰ পালেহি, কিন্তু তুখনাই তাৰ প্ৰতি চকুৰে নিদিলে। তাই কাটি থোৱা মহুৱাৰ ডাল-বোৰৰ কাষলৈ গ'ল আৰু তেজৰ দৰে বঙা ডালবোৰক হাতেৰে চুই দিলে, জুপুৰীৰ বেৰৰ পিনে এবাৰ চালে, আৰু মুখ ওভোতাই হৰখুৰ মাকক ক'লে—

—"হৰখুৰ মাক, তীৰ্থ লৈ যাবিনে? মই আহিলোঁ।" ●

# হিন্দু-মুছলমান

—ধৰ্মবীৰ ভাৰতী

চৰকাৰী আস্পাতালখনৰ বাৰাণ্ডাত লাচবোৰ শাৰী শাৰীকৈ থোৱা আছে। লাচ নহয়—সেইবোৰক ঠিক লাচ বুলি কোৱাটো ভুল হ'ব। কিন্তু সিহঁতক জীৱিত বুলিওতো ক'ব নোৱাৰি। সেইবোৰ যেন শুকান হাড়—সৰ্বস্ব মৃত জ'কা একোটাহে। সেইবোৰৰ ওপৰত হালধীয়া সোঁতোৰা সোঁতৰ চামৰা একোখন মেৰিয়াই থোৱা আছিল। তাকেই কলিকতাৰ ৰাজ আলিৰ পৰা উঠাই আনি ইয়াত ৰখা হৈছিল চিকিৎসাৰ বাবে। সিহঁতৰ 'ভোক বেমাৰ' হৈছিল আৰু সেইবাবে আলিৰে গৈ থাকোতে মাজ আলিতে বাগৰি পৰিছিল আৰু লাহে লাহে সিহঁতৰ উশাহ বন্ধ হৈ গৈছিল। ভাৰত-বৰ্ষৰ দৰে দুষিত জল বায়ুৰ দেশত য'ত সময়ে সময়ে নতুন নতুন বেমাৰৰ উৎপত্তি হৈয়ে থাকে, ইয়ো এক নতুন ধৰণৰ বেমাৰ আছিল। দলে দলে মানুহ গাওঁ ভুঁই অতিক্ৰম কৰি আহে আৰু বাটত খোজ কাঢ়ি কাঢ়ি আগ বাঢ়োতে পথৰ সোঁ-বাওঁ নোচোৱাকৈ বাগৰি পৰে। এবাৰ যি বাগৰি পৰিল তাৰ পিছত আৰু উঠাৰ নামো নলয়। শাসক সকলে ভাবিলে, এয়া সত্যাগ্ৰহৰে এটা নতুন কৌশল, —মৰিবলৈ দিয়া ইহঁতক! মেডিকেল বিভাগে ধৰি ল'লে যে এয়া এক প্ৰকাৰ মেলেৰীয়া। বঙ্গদেশৰ কাৰণে ই অতি সাধাৰণ কথা।

কিন্তু বেমাৰ ক্ৰমে বাঢ়িয়ে যায়। যেতিয়া ৰাস্তাৰ ওপৰত পৰি থকা মৰা শ বোৰৰ কাৰণে মাৰোৱাৰীৰ মটৰ, অফিচৰ বাচ আৰু সৈন্য বাহিনীৰ লৰীৰ আহ-যাহত বাধা পৰিল—তেতিয়াহে সদাশয় চৰকাৰৰ চকু মুকলি হ'ল। এই কাৰণেই সেই ত্ৰিশজন ক্ষুধাতুৰক আস্পতাললৈ চিকিৎসাৰ বাবে অনা হ'ল আৰু অতি যত্ন আৰু সাৱধানতা সহকাৰে বাৰাণ্ডাৰ কোমল আৰু শীতল পকা মজিয়াত শুৱাই দিয়া হ'ল।

ডাক্তৰ বিৰক্ত হৈ পৰিছিল। নাৰ্চবোৰেও আমনি পাইছিল। ই আকৌ কি ধৰণৰ বেমাৰ? তাতে আকৌ একে ধৰণৰ ত্ৰিশটা বেমাৰী! বাৰাণ্ডাত সম্পূৰ্ণ শান্তি বিৰাজিত আছিল। এখন নিৰ্জন শ্মশানৰ ভয়াবহ মৌনতা। মৰা শ বোৰো আছিল মৌন। হঠাতে খট্ খট্ শব্দ এটা হ'ল আৰু এগৰাকী নাৰ্চক বাৰাণ্ডাৰ খটখটিবে উঠি অহা দেখা গ'ল। ওপৰৰ পিনে উঠি আহোতে তললৈ নামি যোৱা মোজাজোৰ তাই টানি ঠিক কৰি ললে। তাইৰ জোতাৰ খট্ খট্ শব্দই সম্ভৱতঃ কোনোবা ভোকাতুৰৰ নিৰ্লজ্জ অন্তৰত কিবা এটা আশাৰ সঞ্চাৰ কৰিছিল। সি বাগৰ সলাই ল'লে। নাৰ্চ আগ বাঢ়িল আৰু যেতিয়া তাৰ শুচবেৰে অতিক্ৰম কৰিবলৈ ধৰিলে তেতিয়া সি তাৰ অবাধ্য চকু দুটা উঠাই নাৰ্চৰ পিনে চালে আৰু সেহাঁই সেহাঁই ক'লে—"পানী।"

তাই অকণমান সময় স্থিৰ ভাবে তাতে ৰৈ গ'ল।

—"উঃ মানুহ হলোঁ বুলিনো আৰু কিমান কাম কৰিম! সেই ৰাতিপুৱাৰে পৰা সাজ-পোছাক সলাবৰো সময় পোৱা নাই।" তাই আগ বাঢ়ে।

বেমাৰীৰ পিপাৰ্ত্ত হাড়বোৰৰ মাজৰ পৰা এটা মৰ্মান্তক আৰ্ত্তনাদ বাহিৰ হ'ল—"পানী।"

—"মৰিবলৈ দিয়া"—নাৰ্চে ক'লে। আকৌ ওচৰৰ কোঠালীটোত থকা আইনাখনৰ সন্মুখত থিয় দি ডিঙিত বন্ধা ৰুমালৰ গাঁঠিটো তাই খুলিবলৈ ধৰিলে।



—"পানী" আকৌ পিপাৰ্ত্ত ধ্বনিটোৱে ক'লে।

কিন্তু এই দুৰ্ভগীয়া বেমাৰীজন নিজৰ জীৱন আৰু মৃত্যুৰ গাঁঠি খোলাত ব্যস্ত আছিল।

নাৰ্চ উদ্বিগ্ন আছিল—গাঁঠিটো খুলি যাব নোখোজে। সি মনে মনে ৰ'ল। নাৰ্চে নিজৰ সাজপাৰ ঠিক কৰি ল'লে আৰু তাৰ পৰা আঁতৰি গুচি গল।

বেমাৰীৰ আৰ্ত্তনাদ বন্ধ নহ'ল। ওচৰৰ ল'নত কিবা কিবি কাণ্ড কাৰখানাখন চলি আছিল। এগৰাকী বুঢ়ীয়ে কম্বলৰ তলৰ পৰা মুৰটো বাহিৰলৈ উলিয়াই ইটো বেমাৰীৰ পিনে চাই পঠিয়ালে। তাই খৰক বৰক কৈ উঠিল আৰু এটা টিনৰ টেমাৰে অকণমান পানী আনি বেমাৰীৰ মুখত টেমাটো লগাই দিলে। সি মৃত্যুৰ ক্ষণ গণি আছিল। প্ৰথম ঢোক পানী তাৰ ডিঙিৰ তললৈ নামি গল, যদিও দ্বিতীয় ঢোক পানী ভিতৰলৈ নগে দুই কাউৰীৰে বৈ গুচি গ'ল। বুঢ়ীয়ে হতাশ দৃষ্টিৰে সেই বেমাৰীটোৰ পিনে কিছু সময় চাই থাকিল। তাৰ পিছত মুখখন কম্বলেৰে ঢাকি ল'লে।

এনেতে ডাক্তৰক লগত লৈ নাৰ্চজনী উভতি আহিল আৰু সেই পিপাৰ্ত্ত বেমাৰীজনৰ প্ৰতি ইঙ্গিত কৰিলে! ডাক্তৰে ষ্টেথেস্কোপ লগাই চালে। বেটাৰ পিয়াহ চিৰকালৰ কাৰণে পলাল। ডাক্তৰে ষ্টেথেস্কোপ ডাল আঁতৰালে আৰু এটা আচৰিত ধৰণৰ শব্দেৰে ক'লে—"শেষ।"......আকৌ জেপৰ পৰা নোটবুক উলিয়ালে। ঘড়ীলৈ চাই সময়টো লিখি ল'লে আৰু নাৰ্চৰ প্ৰতি কলে—"এই ক্ষুধা-মৃত জনক ক'ৰ পৰা অনা হৈছিল।"

—"চাপ্লাই অফিচৰ সন্মুখৰ পৰা।" নাৰ্চে উত্তৰ দিলে।

—"হিন্দু নে মুছলমান?"

—"নাজানো।"

—"নাজানা? বাৰু ইয়াৰ ওচৰৰ বেমাৰীটোক সোধা।"

—"নাৰ্চে ওচৰৰ বেমাৰীটোক উঠিবলৈ ক'লে। সি উঠিল।

কিন্তু বেমাৰ ক্ৰমে বাঢ়িয়ে যায়। যেতিয়া ৰাস্তাৰ ওপৰত পৰি থকা মৰা শ বোৰৰ কাৰণে মাযোৱাৰীৰ মটৰ, অফিচৰ বাচ আৰু সৈন্য বাহিনীৰ লৰীৰ আহ-যাহত বাধা পৰিল—তেতিয়াহে সদাশয় চৰকাৰৰ চকু মুকলি হ'ল। এই কাৰণেই সেই ত্ৰিশজন ক্ষুধাতুৰক আস্পতাললৈ চিকিৎসাৰ বাবে অনা হ'ল আৰু অতি যত্ন আৰু সাৱধানতা সহকাৰে বাৰাণ্ডাৰ কোমল আৰু শীতল পকা মজিয়াত শুৱাই দিয়া হ'ল।

ডাক্তৰ বিৰক্ত হৈ পৰিছিল। নাৰ্চবোৰেও আমনি পাইছিল। ই আকৌ কি ধৰণৰ বেমাৰ? তাতে আকৌ একে ধৰণৰ ত্ৰিশটা বেমাৰী! বাৰাণ্ডাত সম্পূৰ্ণ শান্তি বিৰাজিত আছিল। এখন নিৰ্জন শ্মশানৰ ভয়াবহ মৌনতা। মৰা শ বোৰো আছিল মৌন। হঠাতে খট্ খট্ শব্দ এটা হ'ল আৰু এগৰাকী নাৰ্চক বাৰাণ্ডাৰ খটখটিৰে উঠি অহা দেখা গ'ল। ওপৰৰ পিনে উঠি আহোতে তললৈ নামি যোৱা মোজাজোৰ তাই টানি ঠিক কৰি ললে। তাইৰ জোতাৰ খট্ খট্ শব্দই সম্ভৱতঃ কোনোবা ভোকাতুৰৰ নিৰ্লজ্জ অন্তৰত কিবা এটা আশাৰ সঞ্চাৰ কৰিছিল। সি বাগৰ সলাই ল'লে। নাৰ্চ আগ বাঢ়িল আৰু যেতিয়া তাৰ ওচৰেৰে অতিক্ৰম কৰিবলৈ ধৰিলে তেতিয়া সি তাৰ অবাধ্য চকু দুটা উঠাই নাৰ্চৰ পিনে চালে আৰু সেহাঁই সেহাঁই ক'লে—"পানী।"

তাই অকণমান সময় স্থিৰ ভাবে তাতে বৈ গ'ল।

—"উঃ মানুহ হলোঁ বুলিনো আৰু কিমান কাম কৰিম! সেই ৰাতিপুৱাৰে পৰা সাজ-পোছাক সলাবৰো সময় পোৱা নাই।" তাই আগ বাঢ়ে।

বেমাৰীৰ পিপাৰ্ত্ত হাড়বোৰৰ মাজৰ পৰা এটা মৰ্মান্তক আৰ্ত্তনাদ বাহিৰ হ'ল—"পানী।"

—"মৰিবলৈ দিয়া"—নাৰ্চে ক'লে। আকৌ ওচৰৰ কোঠালীটোত থকা আইনাখনৰ সন্মুখত থিয় দি ডিঙিত বন্ধা ৰুমালৰ গাঁঠিটো তাই খুলিবলৈ ধৰিলে।



—"পানী" আকৌ পিপাৰ্ত্ত ধ্বনিটোৱে ক'লে।

কিন্তু এই দুৰ্ভগীয়া বেমাৰীজন নিজৰ জীৱন আৰু মৃত্যুৰ গাঁঠি খোলাত ব্যস্ত আছিল।

নাৰ্চ উদ্বিগ্ন আছিল—গাঁঠিটো খুলি যাব নোখোজে। সি মনে মনে ৰ'ল। নাৰ্চে নিজৰ সাজপাৰ ঠিক কৰি ল'লে আৰু তাৰ পৰা আঁতৰি গুচি গল।

বেমাৰীৰ আৰ্ত্তনাদ বন্ধ নহ'ল। ওচৰৰ ল'নত কিবা কিবি কাণ্ড কাৰখানাখন চলি আছিল। এগৰাকী বুঢ়ীয়ে কম্বলৰ তলৰ পৰা মুৰটো বাহিৰলৈ উলিয়াই ইটো বেমাৰীৰ পিনে চাই পঠিয়ালে। তাই খৰক বৰক কৈ উঠিল আৰু এটা টিনৰ টেমাৰে অকণমান পানী আনি বেমাৰীৰ মুখত টেমাটো লগাই দিলে। সি মৃত্যুৰ ক্ষণ গণি আছিল। প্ৰথম ঢোক পানী তাৰ ডিঙিৰ তললৈ নামি গল, যদিও দ্বিতীয় ঢোক পানী ভিতৰলৈ নগৈ দুই কাউৰীৰে বৈ গুচি গ'ল। বুঢ়ীয়ে হতাশ দৃষ্টিৰে সেই বেমাৰীটোৰ পিনে কিছু সময় চাই থাকিল। তাৰ পিছত মুখখন কম্বলেৰে ঢাকি ল'লে।

এনেতে ডাক্তৰক লগত লৈ নাৰ্চজনী উভতি আহিল আৰু সেই পিপাৰ্ত্ত বেমাৰীজনৰ প্ৰতি ইঙ্গিত কৰিলে! ডাক্তৰে ষ্টেথেস্কোপ লগাই চালে। বেটাৰ পিয়াহ চিৰকালৰ কাৰণে পলাল। ডাক্তৰে ষ্টেথেস্কোপ ডাল আঁতৰালে আৰু এটা আচৰিত ধৰণৰ শব্দেৰে ক'লে—"শেষ।"......আকৌ জেপৰ পৰা নোটবুক উলিয়ালে। ঘড়ীলৈ চাই সময়টো লিখি ল'লে আৰু নাৰ্চৰ প্ৰতি কলে—"এই ক্ষুধা-মৃত জনক ক'ৰ পৰা অনা হৈছিল।"

—"চাপ্লাই অফিচৰ সন্মুখৰ পৰা।" নাৰ্চে উত্তৰ দিলে।

—"হিন্দু নে মুছলমান?"

—"নাজানো।"

—"নাজানা? বাৰু ইয়াৰ ওচৰৰ বেমাৰীটোক সোধা।"

—"নাৰ্চে ওচৰৰ বেমাৰীটোক উঠিবলৈ ক'লে। সি উঠিল।

ডাক্তৰে জোতাৰ আগেৰে কম্বলখন লুটিয়াই দি ধমক দি কলে—“উঠ” !

—“বুঢ়ী কঁপি কঁপি উঠি বহিল।”

—“এওঁ কোন ?” ডাক্তৰে সুধিলে।

—“হুজুৰ, ই ভোকাতুৰ।”

—“ভোকাতুৰ ? কোনে সুধিছে ভোকতুৰ নে কি ? উত্তৰ ভালকৈ দিবি।” ডাক্তৰে ধমক দি ক'লে।

—“বুজিছা, এয়া চৰকাৰী কাম !” নাচে লাহে লাহে বুজালে—“চৰকাৰে কেতিয়াও নোসোধে যে মানুহজন ভোকাতুৰ আছিল নে পিপাতুৰ ! চৰকাৰে সোধে মানুহজন হিন্দু আছিল নে মুছলমান ? কোৱা, আস্পাতালৰ ৰেজিষ্টাৰত ভৰ্ত্তি কৰিব লাগিব।”

—“নাজানো আই !” বুঢ়ীয়ে কলে।

—“হৈছে, বাদ দিয়া।” সিফালৰ বেমাৰীটোৱে নামাতিলেই। ডাক্তৰে আৰু এবাৰ ধমক দি সুধিছিল—তথাপি সি উত্তৰ নিদিলে। কাৰণ ইতিমধ্যে সি ইশ্বৰৰ ওচৰ পাইছিল গৈ।

আৰু এটা নতুন মৰা শ দেখি ডাক্তৰ চিন্তিত হল। ষ্টেথেস্কোপ লৈ পৰীক্ষা কৰিবলৈ ধৰিলে। এইদৰে প্ৰায় একৈশটা ভোকাতুৰ মৰিছিল। ডাক্তৰে তেওঁৰ সহকাৰীক মাতি ক'লে—“চোৱা, এই বাচি থকা ভোকাতুৰহঁতক একো একোটা ষ্ট্ৰং ইনজেকশ্যন দি পঠিয়াই দিয়া নহলে ইহঁতো মৰি যাব।”

—“ইয়াত নহলেও বাহিৰত মৰে মৰক তাৰ বাবে আমাৰ চিন্তা কৰিবলগীয়া নাই। ইয়াত মৰিলেহে চৰকাৰৰ বদনাম হব। আকৌ শুনা, বাতৰি কাকতলৈ ৰিপোৰ্ট পঠিয়াই দিয়া যে মুঠতে সাত জনৰ মৃত্যু হ'ল। বাকীবোৰ ইয়ালৈ অনাৰ আগেয়েই মৰিল। বুজিছা !”

ইয়াৰ পিচত বাকীবোৰ ভোকাতুৰক বাহিৰ কৰি দিয়া হ'ল।

বুঢ়ী গৰাকী অতি দুৰ্বল আছিল। কেইখোজ মান আগ বাঢ়িয়ে তাই বহি পৰিল। ভোকত তাইৰ পেটৰ কেঁচু-কুমতিবোৰো উক দি উঠিছিল। তাই আকৌ থিয় হল আৰু কোনো ৰকমে আগ বাঢ়িল।



ওচৰতে এটি চাবোনৰ কোম্পানী আছিল। কোম্পানীৰ গেটত এজন শকত দাৰোৱান টুলত বহি আছিল। বুঢ়ী সেই পিনেই আগবাঢ়ি গল। তাই ভিক্ষাৰ বাবে হাত আগ বঢ়ালে, মুখেৰে কিন্তু একো কব নোৱাৰিলে। আত্ম-সম্মানে আহি তাইৰ ডিঙি চেপি ধৰিছিল। দাৰোৱানে তাইৰ ফালে চাই এটা ক্ৰুৰ হাঁহি মাৰি ক'লে—“যা যা, আগলৈ যা—ইয়াৰ পৰা আঁতৰ।”

চকুৰ পৰা দুটোপাল অবাধ্য চকুলো বৈ আহিল।

তাই খোজ লৈছিলহে মাথোন, এনেতে দাৰোৱানে ক'লে—“তোক দান লাগে ? দান পাবি ! আমাৰ মানুহে দেখোন নিজৰ মৰা বাপেকৰ কাৰণেও দান দিয়ে। এনে অৱস্থাত তোৰ দৰে জীৱিত শৱটোৰ কাৰণে দান নিদিব নে ? যা, সৌপিনে যা। তাত মহাজনহঁতে ভোজন শিবিৰ খুলি থৈছে।”

বুঢ়ী সেই পিনেই আগবাঢ়িল। শিবিৰৰ সন্মুখত সাংঘাতিক ভিৰ। হাড় সৰ্বস্ব অসংখ্য কঙ্কালে ভূত-প্ৰেতৰ দৰে শুকান শুকান হাতবোৰ মেলি লৈ বহি আছে। তেনেতে ৰান্ধি থকা খাদ্যৰ এটা সুস্বাদু গন্ধ আহি বিয়পি পৰিছিল। বুঢ়ীয়ে এটা গভীৰ নিশ্বাস এৰিলে; সেই গোন্ধেৰে তাই পেট ভৰাবলৈ চেষ্টা কৰিলে।

কাৰ্য্যকৰ্ত্তাসকলে খিচিৰিৰ ভৰা পাত্ৰ এটা আনি সন্মুখতে থ'লে আৰু কৰচালিৰে এজন এজনকৈ বিলাবলৈ ধৰিলে। লগে লগে কিবা এটা হুলস্থূলৰ সৃষ্টি হল। বুঢ়ীজনী উঠি গৈ কুকুৰটোক খেদি পাত্ৰটো অলপ টানি থবলৈ ব্যৰ্থ চেষ্টা কৰিলে।

তেনেতে এজন কাৰ্য্যকৰ্ত্তাই চিঞৰি উঠিল—“সৌ চোৱা, চোৱা, সেইজনীয়ে পাত্ৰটো চুই দিলে।”

—“পাত্ৰটো চুলে ? হিন্দু নে মুছলমান ?”

—“মুছলমান যেন লাগে।”

—“বাহিৰ কৰি দে।”

বুঢ়ী লাজতে তাৰ পৰা উঠি গুচি আহিল। তাইৰ দোষ কি আছিল? মুছলমান জানো কুকুৰতকৈও তুচ্ছ।"

ওচৰতে আৰু অন্য এটা শিবিৰ আছিল। তাইৰ তালৈকে যোৱাৰ সাহস হোৱা নাছিল। কিন্তু তাত জোন আৰু তৰা খচিত এখন সেউজীয়া পতাকা লগাই থোৱা আছিল! তাই অলপ আশ্বস্ত হ'ল আৰু সেইপিনে আগবাঢ়িল। সম্মুখতে এজন স্বেচ্ছাসেৱক থিয় দি আছিল। সি বুঢ়ীক বাধা দিলে—"ইয়াত কেৱল মুছলমানেহে খাব পাৰে।"

—'মহয়ো মুছলমান।" বুঢ়ীয়ে ক'লে।

—"সৌটো শিবিৰৰ পৰা এই মাত্ৰ খাই আহিছে, এইজনী কাফেৰ। একেবাৰে সঁচা, এই কাফেৰ। চেহেৰাতে চিনি পায় নহয়!" অন্যজন স্বেচ্ছাসেৱকে ক'লে।

"যা, আঁতৰি যা! ইয়াত কাফেৰৰ বাবে ঠাই নাই। সোনকালে দূৰ হ ইয়াৰ পৰা। বুঢ়ী খঙতে একো নাইহৈ পৰিল আৰু চিঞৰি চিঞৰি ক'লে—"খোদাৰ পুত্ৰহঁত! আল্লাই ধানৰ গুটিবোৰত ধৰ্মৰ ছাপ মাৰি পঠিওৱা নাই। তহঁতৰ এই নীচ কথাবোৰ শুনি মই নিজে মুছলমান হোৱাৰ বাবে লজ্জা অনুভৱ কৰিছো।"

—"বলিয়া।" এজনে ক'লে।

—"ভোকতে মগজুৰ বিকৃতি ঘটিছে।"

—"আল্লাই কাফেৰহঁতক এনে শাস্তিয়ে দিয়ে।"

তাই ফোঁপাই-জোপাই অন্য পিনে তাৰ পৰা গুচি গ'ল।

পিছদিনা খন কলিকতাৰ এখন প্ৰসিদ্ধ দৈনিক কাকতত ছপা হ'ল—"বঙ্গৰ এই অকালত সমগ্ৰ ভাৰতে ৰাজ্য আৰু ধৰ্ম নিৰ্বিশেষে সাহায্য কাৰ্য্য আগ বঢ়াবলৈ লৈছে। মাৰোৱাৰী আৰু ইস্পাহানি দুয়ো সম্প্ৰদায়ে সাৰ্বজনিক ভোজনালয় খুলিছে। এই ক্ষেত্ৰত চৰকাৰী আস্পাতাল সমূহৰ মূল্যবান সাহায্যও পাহৰিব নোৱাৰি। তেওঁলোকৰ ওচৰত সকলোৱে আন্তৰিক ভাৱে কৃতজ্ঞ।"



ইয়াৰ তলতে এটা অতি কণমান, নগণ্য আৰু গুৰুত্বহীন বাতৰি ছপা হৈছিল।

যদিও চৰকাৰী আস্পতালৰ সেৱা-কাৰ্য্যৰ ফলত ক্ষুধা-মৃতকৰ সংখ্যা যথেষ্ট কমি গৈছে—তথাপি মৃত্যু সদায় হৈয়ে আছে। মুছলমান সাহায্য শিবিৰৰ ওচৰতে এগৰাকী বুঢ়ীৰ লাচ পোৱা হৈছে। সময়মতে আস্পতাল নোপোৱা কাৰণে বুঢ়ী গৰাকীৰ মৃত্যু হ'ল। কিন্তু এতিয়া সমস্যা হৈছে লাচটো পোৰা হ'ব নে পোতা হ'ব—কাৰণ বুঢ়ী গৰাকীক চিনিব পৰা হোৱা নাই—তাই হিন্দু আছিল নে মুছলমান।



# তথ্য আৰু সত্য

—শৈলেশ মাটিয়ানী

সিদ্ধাৰ্থ-বিদ্যা-বিহাৰৰ সুবৃহৎ আলোচনা-গৃহ শ্ৰোতাৰে পৰিপূৰ্ণ হৈ পৰিছিল। বিৰাট জন সমাগম হোৱা স্বত্বেও আলোচনা-গৃহত মৌনতা আৰু শান্তিৰ সাম্ৰাজ্য বিৰাজিত আছিল। বিদ্যা-বিহাৰৰ প্ৰধান আচাৰ্য্য ৰৌহিত্যৰ পাণ্ডিত্যই যেন সকলোকে প্ৰজ্ঞা-শূণ্য কৰি পেলালে।

আচাৰ্য্য ৰৌহিত্যই 'সত্য অন্বেষণ'ৰ ওপৰত বিশেষ ভাষণ দিছিল। তেখেতৰ অগাধ পাণ্ডিত্যত অভিভূত হৈ মৌন ভাবে সকলোৱে আচাৰ্য্যৰ দিব্য বাণীৰ ৰস পান কৰিছিল। প্ৰত্যেকটি তথ্যই আছিল সত্যৰ ওপৰত প্ৰতিষ্ঠিত আৰু তৰ্ক সমূহো আছিল জ্ঞানগৰ্ভ আৰু সুচিন্তিত।

শ্ৰোতা মণ্ডলীৰ মাজত স্বয়ং কোশল সম্ৰাটো উপস্থিত আছিল। তেখেতৰ কাষতে ৰত্ন-ৰাজিৰে পৰিপূৰ্ণ স্বৰ্ণখচিত আসনত শৰৎ-কালীন পূৰ্ণিমা সদৃশ ৰূপৱতী ৰাজ-নৰ্ত্তকী মধুলিকাও বহি আছিল।

মধুলিকা জ্ঞান অৰ্জনৰ প্ৰতি ইচ্ছুক, কিন্তু তেওঁ নিজৰ অতুলনীয় ৰূপ-ৰাশিৰ প্ৰতিও গৰ্বিত। এই বিদ্যা-বিহাৰৰ নিৰ্মাণ তেওঁ নিজ অৰ্জিত ধনেৰে কৰাইছিল। শতাধিক দুখীয়া ছাত্ৰই তেওঁৰ ভৰালৰ পৰা আগবঢ়োৱা জল-পানীৰে বিদ্যাধ্যয়ন কৰিছিল। সেইবাবে নৰ্ত্তকী হোৱা স্বত্বেও মধুলিকা আছিল সন্মানীয়া। কোশল সম্ৰাট স্বাভাৱিকতেই তেওঁৰ অৰুণ-প্ৰভাত সদৃশ সৌন্দৰ্য্যৰ দাস আছিল।



শ্ৰোতা সকলৰ মাজত ছাত্ৰ আৰু অধ্যাপকো আছিল। ইয়াৰ বাহিৰেও ৰাজ্যৰ কিছুমান গণ্যমান্য ব্যক্তি আৰু কোশল ভ্ৰমণাৰ্থে অহা কিছু সংখ্যক ডেকা বৌদ্ধ-ভিক্ষুকো উপস্থিত আছিল। কোশল সম্ৰাটে এই সকলক নিজৰ লগতে আনিছিল।

আচাৰ্য্য ৰৌহিত্যৰ পাণ্ডিত্যপূৰ্ণ ভাষণ শেষ হোৱাৰ লগে লগেই গোটেই আলোচনা-গৃহ হাত চাপৰিৰ গৰ্জনেৰে ধ্বনিত হৈ উঠিল। পণ্ডিত বৰ্গই তেওঁৰ অগাধ জ্ঞান-ৰাশিৰ ভূয়সী প্ৰশংসা কৰিলে।

কিন্তু দুজন ব্যক্তিয়ে সেই সময়তো মৌনতা অৱলম্বন কৰিয়ে আছিল। তেওঁলোক আছিল—মধুলিকা আৰু বৌদ্ধ ডেকা বিশালাক্ষ।

আচাৰ্য্য ৰৌহিত্যই সকলোকে নমস্কাৰ কৰিলে। যশঃ প্ৰশস্তি-প্ৰদীপ্ত ভ্ৰূ ৰাশি ঈষৎসামান্য কুঞ্চিত কৰি মৃদু হাঁহিৰে তেওঁ মধুলিকাৰ প্ৰতি ক'লে—"দেৱী, আপুনি বাৰু কিয় মৌনতা অৱলম্বন কৰি আছে? এনে লাগিছে যেন মোৰ ভাষণত কোনো প্ৰভাৱ আপোনাৰ ওপৰত পৰা নাই! আৰু পৰিলেও আপুনি তাক স্বীকাৰ কৰিব পৰা নাই। সম্ভৱতঃ কিবা সন্দেহ আছে?"

মধুলিকাই নিজৰ গাম্ভীৰ্য্যক মিচিকি হাঁহিৰে লুকুৱাই ক'লে—"নাই আচাৰ্য্যৱৰ, মোৰ এই মৌনতাৰ কাৰণ আপোনাৰ পাণ্ডিত্যৰ প্ৰতি অশ্ৰদ্ধা প্ৰদৰ্শন নহয়; কিন্তু মোৰ মনৰ ক্ষুধা নিবৃত্তিৰ যি আকাংক্ষা আছিল কিয়বা জানো সেয়া পূৰ্ণ হৈ নুঠিল। এতিয়াই আপুনি ক'লে যে 'তথ্যৰ পৰা আঁতৰি সত্যৰ কোনো অস্তিত্বই নাই। তথ্যৰ মাধ্যমৰ অবিহনে সত্যৰ উপলব্ধি হ'ব নোৱাৰে। গতিকে তথ্যক বাদ দি সত্যৰ কোনো স্থিতি থাকিব নোৱাৰে'।

—"হয়, তুমি ঠিকেই কৈছা দেৱী"—আচাৰ্য্যই ক'লে—"ময়ো ভুল কোৱা নাই। তথ্য আৰু সত্য দুয়োটাকে আমি নিজৰ সহজ বুদ্ধিৰে চাওঁ, তাৰ পৰীক্ষা কৰোঁ, অস্তু…।"

—"তেনেহ'লে আচাৰ্য্য"—ক্ষীণ সুৰেৰে তেওঁৰ কথাৰ প্ৰতিবাদ কৰি মধুলিকাই ক'লে—"তথ্য আৰু সত্যৰ পৰিণতি একেই হ'ব? যদি এয়া সত্য হয় তেনেহ'লে মোৰ এই লাস্যময় জীৱনো (যি তথ্য ৰূপে

সম্পূৰ্ণভাৱে নাৰকীয় তথা বিলাসিতা পূৰ্ণ ) সত্যযে পৰিপূৰ্ণ ? মই নিজ হৃদয়ত জ্ঞান আৰু বিৰাগৰ জ্যোতি কিমানেই সৃষ্টি নকৰোঁ কিয়, বিলাসিতাৰ এই তথ্যক বাদ দি ইয়াৰ কোনো মূল্যই নাই ?

—"তুমি অবাবতেই উদ্বিগ্ন হৈছা দেৱী !" আচাৰ্য্যই গৰ্বেৰে ক'লে—"জীৱনৰ চৰম পৰিণতি কি হ'ব এই কথা বুদ্ধি তথা বিবেকেৰে চুকি নোপোৱা কথা !"

—"ক্ষমা কৰিব আচাৰ্য্য !" সভা-গৃহৰ একোণৰ পৰা বৌদ্ধ ডেকা বিশালাক্ষ আচাৰ্য্যৰ কাষ চাপি আহিল। অতি সবল ভাবে তেওঁ ক'লে—"অনাহূত ভাবে এইদৰে আহি তৰ্কত অৱতীৰ্ণ হোৱাৰ ধৃষ্টতাৰ বাবে মই প্ৰথমে ক্ষমা বিচাৰোঁ। মোৰ কৰ্ত্তব্যই মোক কথা ক'বলৈ বাধ্য কৰিছে ; পাণ্ডিত্যপূৰ্ণ কথাৰ ৰহস্য-জালেৰে কাৰোবাক অভিভূত কৰিব পাৰিব আচাৰ্য্য—কিন্তু হৃদয়ৰ শংকা নিবাৰণ তীব্ৰ বুদ্ধিৰে সম্ভৱ নহয়। বিবেক আৰু আধ্যাত্মিক জ্ঞানেৰে পৰিপূৰ্ণ নোহোৱা জ্ঞানে মগজুৰ বিকৃতি ঘটায় আচাৰ্য্য !"

মধুলিকাৰ ফালে মুখ ঘূৰাই বিশালাক্ষই ক'লে—"আচাৰ্য্য ৰৌহিত্যৰ তৰ্ক অকাট্য এই কথা মই স্বীকাৰ কৰিব নোৱাৰোঁ দেৱী ! তথ্য আৰু সত্য একে নহয় ; —যেনেকৈ শৰীৰ আৰু আত্মা একে নহয়। শৰীৰ তথ্য আৰু আত্মা সত্য। অস্তু..."

আচাৰ্য্য ৰৌহিত্য ক্ৰোধিত হৈ পৰিল। ক'লে—"অনধিকৃত ব্যক্তিৰ ইয়াত আহি বক্তব্য প্ৰদানৰ কোনো অধিকাৰ নাই। এয়া বৌদ্ধসকলৰ বিহাৰ নহয়, এয়া বিদ্যাবিহাৰহে ; বুজিছা ভিক্ষু ?"

আকৌ এটি গৰ্বিত হাঁহি মাৰি আচাৰ্য্যই ক'লে—"নিজ জ্ঞানক লৈ তোমাৰ দম্ভ যে আছে সেইটো বুজিছো ; গতিকে তুমি মোৰ সতে শাস্ত্ৰাৰ্থ কৰিবা। কিন্তু এয়া ইয়াত নহয় ভিক্ষু ! মই তোমাৰ মান মৰ্দন কোশল সম্ৰাটৰ সভাতহে কৰিম।"

—"অনৰ্থক খঙে আপোনাক নোশোভে আচাৰ্য্য ! কোনো লোকৰ শংকা নিবাৰণ যি কোনো ঠাইতে যি কোনো ব্যক্তিয়ে কৰিব পাৰে—ইয়াত পাণ্ডিত্যৰ প্ৰতি কিহৰ প্ৰত্যাহ্বান ?"



অলপ পৰ বৈ গম্ভীৰ ভাবেৰে বিশালাক্ষই আকৌ ক'লে—"আপোনাৰ লগত তৰ্ক-বিতৰ্ক কৰাটো মোৰ উদ্দেশ্য নহয়। মই কেৱল দেৱী মধুলিকাৰ মনত সৃষ্টি হোৱা শংকা নিবাৰণ কৰিবলৈ বিচাৰোঁ। আপুনি আপোনাৰ কঠিন বাক-চাতুৰ্য্যেৰে তেওঁৰ বিবেকক পথভ্ৰষ্ট কৰিছে। আচাৰ্য্য, আপোনাৰ পাণ্ডিত্যই সাধাৰণজনক অপ্ৰতিভ অৱশ্যে কৰিব পাৰে, কিন্তু তাৰ দ্বাৰা কাৰো মনৰ দুঃখ আঁতৰাব নোৱাৰে। কাৰণ, স্বয়ং আপোনাৰ বিবেক-চক্ষুতে অহংকাৰৰ পূৰ্ণ আৱৰণ আছে।"

—"কিন্তু এই বিদ্যা-বিহাৰৰ মৰ্য্যদা আৰু ইয়াৰ বিধানৰ বিৰুদ্ধে দেৱী মধুলিকাৰ আগত কোনো উপদেশ দিবলৈ তোমাক অধিকাৰ দিয়া নহয়—ধৃষ্ট ভিক্ষু !" খঙেৰে আচাৰ্য্যই ক'লে—"মই তোমাক এই মুহূৰ্ত্ততে ইয়াৰ পৰা ওলাই যাবলৈ আদেশ দিছো।"

বিশালাক্ষই হাঁহি মাৰি মধুলিকাৰ ফালে চালে। মধুলিকাই এওঁৰ ফালে শূন্য দৃষ্টিৰে চাই থাকিল ! বিশালাক্ষই ঘূৰিলে আৰু দুৱাৰৰ পিনে আগবাঢ়িল—দীঘল দীঘলকৈ খোজ পেলাই...।

কিন্তু দুৱাৰৰ কাষ নৌ পাওঁতেই বিশালাক্ষৰ কাণত এটি মধুৰ স্বৰ ধ্বনিত হ'ল—"ৰ'বা ভিক্ষু !"

* * *

ভিক্ষু বিশালাক্ষ কোশলৰ সৰ্বশ্ৰেষ্ঠ ৰূপাঙ্গনা মধুলিকাৰ অতিথি আছিল। তেওঁৰ গম্ভীৰ নীল বৰণীয়া নিৰ্বিকাৰ চকু জুৰিব মৃগ-শাৱক সদৃশ সৰলতা আৰু মনক সহজতে মুহিব পৰা তেওঁৰ দিব্য-বাণী—এই সকলোবোৰে অজানিত ভাবেই মধুলিকাক আত্ম-বিস্মৃত কৰি পেলালে।

এসময়ত য'ত নূপুৰৰ ধ্বনি গুঞ্জৰিত হৈছিল, লাস্যময় সংগীতৰ সুৰ লহৰীৰ মৃদু-মধুৰ গুঞ্জনত নিৰ্জীৱ পাষাণ দেৱালৰ আত্মাও আন্দোলিত হৈ উঠিছিল, সুৰাৰ ৰস আৰু সুন্দৰীৰ চকুৰ-ঠাঁৰৰ বিনিময়ত বৰষিছিল মণি-কাঞ্চন—কোশলৰ ৰাজনৰ্ত্তকীৰ সেই বিলাস

ভব্য-ভৱন আজি মৌন আছিল । বিশালাক্ষৰ উপস্থিতিয়ে যে ঐশ্বৰ্য্যৰ সেই সমস্ত উল্লাস আজি শূণ্য কৰি পেলালে !

উঃ, সেই প্ৰশান্ত মহাসাগৰৰ দৰে সুনীল গভীৰ দীপ্তিমান নেত্ৰ-যুগল—যাক দেখা মাত্ৰকে অন্তৰৰ সকলো জোৱাৰ যেন শান্তিৰ ভাটাতহে মিলি যায় ।···

মধুলিকাই ভাবি আছিল, একে কক্ষতে কোশল সম্ৰাটৰ কাষত তাই বহিছিল । কিন্তু দুয়োজনৰ সামীপ্যৰ মাজত কিমান অন্তৰ ।

কোশল সম্ৰাট সেইখিনি পাইছেহি য'ত তাৰুণ্যই বাৰ্দ্ধক্যৰ পথাৰত খুন্দিয়াই বাগৰি পৰে । কিন্তু এই বুঢ়া চকুতো বিলাসিতাৰ বিষ-বৃক্ষ পূৰ্বৰত সম্পূৰ্ণ জীৱন্ত হৈ আছে ।

কিন্তু—এয়া ভিক্ষু ?

তাৰুণ্যৰে পৰিপূৰ্ণ ৰক্তাভ মুখ মণ্ডল কিমান নিৰিকাৰ !

বিশালাক্ষৰ সামীপ্যই মধুলিকাৰ বিবেকক অৱশ্যে জাগ্ৰত কৰিছিল—কিন্তু যৌৱনৰ উদ্দাম তৰঙ্গিণী স্বৰূপ মধুলিকাই শেষ পৰ্য্যন্ত যেন বিগত বসন্তৰ স্মৃতিক উদ্দাম মাদক পৰশত অজানিত ভাবেই হেৰুৱাই পেলাইছিল আৰু মধুলিকাই ভাবিছিল······ বহুতো ভাবিছিল······ । হয়, এয়া ভিক্ষু ; তেওঁক কোশল সম্ৰাটৰ দৰেই মৰম কৰা··· । ভাবত বিভোৰ হৈ মধুলিকাই নিজৰ বাহু-যুগল ভিক্ষুৰ ডিঙিত পেলাই দিলে । বিশালাক্ষ অলৰ-অচৰ হৈ থাকিল ।

ক'লে—"দেৱী, মই ইয়াত অধিক সময় নাথাকো । আপুনি আৰু মই দুয়োজনে এক তথ্য । তথ্য-ৰূপৰ প্ৰতি মোহ বঢ়ালে ভ্ৰান্তিৰ উৎপত্তি হয় ; মানৱ পথভ্ৰষ্ট হয় ।" বাল সুলভ এটি মিচিকি হাঁহিৰে বিশালাক্ষই কৈ গ'ল—"সেইদিনা আচাৰ্য্যই আপোনাক কৈছিল যে তথ্য আৰু সত্যৰ মাজত কোনো পাৰ্থক্য নাই, কাৰণ আমি দুয়োটাকে সহজ বুদ্ধিৰে নিৰীক্ষণ কৰোঁ ।' শেষত এইটোও কৈছিল, "তথ্যৰ মাধ্যমৰ অবিহনে আমাৰ সত্যৰ উপলব্ধি হ'ব নোৱাৰে । দেৱী, তথ্যৰ মাধ্যমেৰে সত্যৰ বোধ অৱশ্যে হয়, কিন্তু



এই ক্ষেত্ৰত তথ্য সত্যৰ পৰিপূৰক মাধ্যম মাত্ৰ, নিজে সত্য হ'ব নোৱাৰে । সত্য স্থূল আৰু দৃষ্টি হৈয়ো বা সূক্ষ্ম হোৱা স্বত্বেও অসীম আৰু বিৰাট ।"

অলপ সময়ৰ বিৰতিৰ পিছত বিশালাক্ষই মধুলিকাৰ স্কন্ধ-দেশত স্নেহ পূৰ্বক থপৰিয়াই ক'লে—"আপোনাৰ এই নৰ্ত্তকী জীৱন তথ্য, কিন্তু এয়াই আপোনাৰ জীৱনৰ অন্তিম সত্য নহয় । আনপিনে জীৱনৰ চৰম পৰিণতিৰ কথাও আছে । সেয়েহে ভদ্ৰে, জীৱনৰ চৰম পৰিণতিৰ বোধ বুদ্ধিৰে ঢুকি নোপোৱা হ'ব পাৰে, কিন্তু বিবেকেৰে ঢুকি নোপোৱা নহয় । আনপিনে বিবেকৰ উৎপত্তি হয় হৃদয় মন্থনৰ ফলত । বাস্তৱতে জীৱনৰ চৰম পৰিণতিৰ প্ৰতি সজাগ দৃষ্টিহে মুক্তি পথ প্ৰেৰণাৰ দ্বাৰ । কাৰণ এই তথ্য ৰূপ শৰীৰ নাশমান, আৰু সত্য ৰূপ আত্মাক কামনা বাসনা যুক্ত বান্ধোনৰ পৰা মুক্তি দিয়াটোৱেই হ'ল মোক্ষ !"

—"তেনেহ'লে, মোৰ বাবে মোক্ষৰ পথ কেনি ?" মধুলিকাই সুধিলে ।

—"ভদ্ৰে" ! বিশালাক্ষই ক'লে—"আজন্ম নিৰন্তৰ সৎ-সাধনাৰ ফলতহে মোক্ষ-লাভ সম্ভৱ ! আপুনি নিজ জ্ঞান-বন্তিৰ পোহৰেৰে, বৈৰাগ্য জ্যোতি প্ৰজ্বলিত কৰি মুক্তিৰ পথ নিশ্চয় কেতিয়াবা দেখিব । এটি কথা পুনৰাই কওঁ, তথ্য আৰু সত্যৰ প্ৰভেদ নাপাহৰিব দেৱী ! আটাইতকৈ ডাঙৰ কথা—তথ্য ভোগ্য আৰু সত্য গ্ৰাহ্য । এই পৰ্য্যন্ত আপুনি নিজৰ জীৱনক ভোগ্য হিচাপেহে দেখি আহিছে, গ্ৰাহ্য হিচাবে দেখা নাই—সেই বাবেই······"

—"কিন্তু" মধুলিকাই প্ৰশ্ন কৰিলে—"তথ্যৰ ভোগ অবিহনে সত্যৰ উপলব্ধি কেনেকৈ হ'ব পাৰে ? মই আপোনাৰ উপদেশক শ্ৰদ্ধা জনাওঁ দেৱ ! সচাঁ কথা, এই বিলাসী জীৱন অতিবাহিত কৰি মন আমুৱাই গৈছে । কিন্তু আপোনাৰ সামীপ্য······আপুনি আৰু মই······"

মধুলিকাই পুনৰ ভাৱত বিভোৰ হৈ ক'লে—"আপোনাৰ আৰু মোৰ, সত্য আৰু তথ্যৰ মিলন···"

—"আপুনি পাহৰি গৈছে দেৱী"—বিশালাক্ষই হাঁহিলে—"মোৰ আৰু আপোনাৰ পথ বেলেগ! ভদ্রে, তথ্য ভোগ কৰি সত্য গ্ৰহণ কৰাৰ পথটো হ'ব মদিৰা পান কৰি মদ্যপান নিষেধৰ পথ বিচৰাৰ দৰে। তথ্য ভোগৰ লালসাৰ বাবেই এই নাশমান সংসাৰৰ মোহ-জালৰ প্ৰতি আসক্তি বাঢ়ে। সত্য আৰু তথ্য, ইটো সিটোৰ পৰিপূৰক মাধ্যম হৈও দুয়োটাই সমান্তৰাল ৰেখা, যাক আত্ম-বোধৰ তিৰ্য্যক ৰেখাইহে পৰস্পৰে পৰস্পৰৰ মিলন ঘটাব পাৰে।"

বিশালাক্ষই খোজ ল'লে। ক'লে—"দেৱী, মই উঠিলোঁ। সত্য-তথ্যৰ আন্তৰিক মিলন তেতিয়াহে সম্ভৱপৰ হ'ব পাৰে, যেতিয়া দুয়োটাৰে সঙ্গম বিবেক বিৰাগৰ বেদীত প্ৰতিষ্ঠিত হ'ব।······ভাল, কল্যাণমস্তু······!"

* * *

দ্বিতীয় দিনা কোশল ৰাজ্যৰ ৰাজপথত এজনী ভিক্ষুণী, ভিক্ষু বিশালাক্ষৰ সৈতে হাতত কমণ্ডলু লৈ গৈ থকা দেখা গ'ল······।

ৰথত উঠি ৰাজ-পথেৰে বেগাই গৈ থকা কোশল নৰেশে বাহিৰলৈ জুমিয়াই চাই তৰুণী ভিক্ষুণীক দেখি চিঞৰি উঠিল—"মধুলিকা!"





# অলিখিত

—কমালেশ্বৰ

আপোন জীৱন বুৰঞ্জীৰ পাতত মানুহ যে কিমান অকলশৰীয়া! বাৰে বাৰে এই কথাটোৱে তাৰ মনলৈ আহিছিল আৰু আহিছিল মনৰ পটলৈ বাৰে বাৰে সেই সুদৰ্শনা। তায়েইতো সিদিনা কৈছিল—"চন্দৰ, এই স্মৃতিবোৰে আমাক ক'লৈকো নিনিয়ে···। এনে কিছুমান কথা মোৰ অন্তৰত লুকাই ৰখা হৈছে—যিবোৰ মই কাকো ক'ব নোৱাৰো; এই কাৰণেই মই ইমান অকলশৰীয়া।"

—"মোকো ক'ব নোৱাৰা?"

—"মিছা কলে যদি সন্তুষ্ট হোৱা তেনেহ'লে যিমান ইচ্ছা, সিমানেই কব পাৰো। কিন্তু সঁচা ক'বলৈ হ'লে কোনেও কাকো সকলো কথা ক'ব নোৱাৰে। প্ৰতিজন মানুহৰ এনে কিছুমান কথা আছে, যিবোৰ কেতিয়াও ক'ব নোৱাৰি, কাকো ক'ব নোৱাৰি···।" কওঁতে কওঁতে তাইৰ চকুৰ আগত প্ৰতিবিম্বৰ দৰে নাচি উঠিছিল বহুবোৰ কথা! তাই খিৰিকীৰে বাহিৰৰ আকাশত ধূলিবোৰ উৰি থকা চাই আছিল।

মই মনে মনে আছিলোঁ। বৰ আচৰিত ধৰণৰ পৰিস্থিতি আছিল সেইটো। সমস্ত ঘৰখনক উদাসীনতাই ছাটি ধৰিছিল। যিটো কোঠাত আমি বহি আছিলোঁ তাৰ কাষৰ কোঠালীটোত আছিল সুদৰ্শনাৰ পতি মহেন্দ্ৰ।

ৰাতিপুৱা চাহ খোৱাৰ সময়ত আমি যেতিয়া একেলগ হৈছিলোঁ, তেতিয়া মহেন্দ্ৰ আছিল সম্পূৰ্ণ মৌন। কেৱল তেৱেঁই নহয়—সকলোৱে মৌন আছিল। এনেদৰে থকাৰ ফলত নিজৰ নিজৰ মনৰ ভাব লুকুৱাই ৰখাটো সহজ হৈছিল। সুদৰ্শনাৰ পিতৃ বিয়োগৰ

দৰে দুঃখদ ঘটনা নঘটা হ'লে—সম্ভৱতঃ মই নাহিলোঁহেঁতেন আৰু সম্ভৱতঃ তাইৰ গিৰীয়েক মহেন্দ্ৰও নাহিলহেঁতেন। কিবা বিশেষ ধৰণৰ অস্থিৰতা এটাই আমাক ঘেৰি ধৰিছিল। আমি তিনিওজনে পৰস্পৰক ভালদৰে চিনিছিলোঁ, কিন্তু ভিতৰে ভিতৰে আমাৰ পৰস্পৰৰ মাজত আছিল এটা প্ৰবল ঘৃণাৰ ভাব। ক'বৰাত কিবা এটাই আমাক এইদৰে বাধ্য কৰিছিল যে আমি মন খুলি কথা এষাৰ ক'বও নোৱাৰিছিলোঁ।

সুদৰ্শনাই গিৰীয়েকক এৰি অহা এই পাঁচ বছৰৰ ভিতৰত মই মহেন্দ্ৰক এবাৰো লগ ধৰা নাছিলোঁ। অৱশ্যে লগ ধৰাৰ তেনে কোনো প্ৰশ্নই নাছিল। কিন্তু মহেন্দ্ৰৰ সদায়ে এইটো দৃঢ় সন্দেহ আছিল যে সুদৰ্শনা এনেদৰে গুচি অহাৰ মূলতে মই···।

যেতিয়াই এই কথাখিনি মোৰ মনলৈ আহে, তেতিয়াই ভাবোঁ—"হায়! যদি এয়ে সত্য হ'ল হেঁতেন।" কিছুদিনলৈ বদনাম অৱশ্যে হ'ল হেঁতেন, কিন্তু সুদৰ্শনাৰ এই প্ৰবল মানসিক বেদনা নাইকিয়া হৈ গ'লহেঁতেন।

তাইৰ পিতৃ-বিয়োগৰ পিছত যেতিয়া মহেন্দ্ৰও আহি পালে আৰু ময়ো—এনে লাগিল যেন আমি দুয়োজনে সুদৰ্শনাৰ পৰা কিবা পাবলৈহে আহিছোঁ। মৃত্যুৰ সমবেদনা জনাবলৈ অহাটো যেন এক চেলুহে। সেয়েহে মই যত্ন কৰিছিলোঁ যাতে মোৰ শোক-প্ৰকাশৰ আধিক্যৰ দ্বাৰা ই কৃত্ৰিম যেন হৈ নপৰে।···সেয়েহে সুদৰ্শনাৰ দেউতাকৰ চিতাত অগ্নি সংযোগ কৰাৰ দৃশ্য চায়ো বৰ সংযত ভাবে চকু পানী ৰোধ কৰিছিলোঁ।

আঁহত গছ জোপাৰ গুৰিত নিৰ্মাণ কৰা আসন খনত শুভ্ৰ-বসন পৰিহিতা সুদৰ্শনা বহি আছিল। মুখখন আঁচলেৰে ঢাকি বৰ বৰ চকু কিটাৰে তাই সন্মুখৰ পিনে চাই আছিল। চকুৰে বৈ যোৱা পানীবোৰ ইতিমধ্যে তাইৰ গালতে শুকাই দাগ পৰিছিল। চকুৰ মণিৰ এলাহুবোৰো চাফা হৈ গৈছিল। চুলিবোৰ আউলীয়া হৈ গৈছিল আৰু প্ৰকাণ্ড শ্মশানখনৰ সন্মুখত থাকিও সেই পিনে তাইৰ



দৃষ্টি নাছিল। আহঁতৰ কোমল পাতবোৰ ৰিবৰিবকৈ লৰি উঠিছিল আৰু তাৰ চিকমিকীয়া সেউজীয়া পাতৰ ছাঁ আহি তাইৰ গাত পৰিছিল।···আহঁতৰ বিচিত্ৰ সেউজ আভা চাৰিওপিনে বিয়পি পৰিছিল।···সুদৰ্শনা অকলশৰে এই গছৰ তলত বহি আছিল। আমি দুয়োজনে তাত উপস্থিত আছিলোঁ আৰু সম্ভৱতঃ এই কাৰণেই আমাৰ কোনোজনে তাইৰ ওচৰলৈ অকণ সান্ত্বনা দিবৰ বাবে যাব পৰা নাছিল।

প্ৰজ্বলিত চিতাৰ অনতিদূৰত চিমেণ্টেৰে সজা বেঞ্চি এখনত মহেন্দ্ৰ বহি আছিল আৰু শিলৰ দমটোৰ ওচৰত মই আছিলোঁ। মহেন্দ্ৰৰ মুখাকৃতিত জুই শিখাৰ প্ৰজ্বলন বিৰিঙি উঠিছিল।

মানুহবোৰ বৰ আচৰিত হৈছিল—মৃত্যুৰ এনে এটা দুঃসময়ত মহেন্দ্ৰ থাকিব লাগিছিল সুদৰ্শনাৰ ওচৰতহে। যিয়েই নহওক, তাইতো তেওঁৰ পৰিবাৰ। পাঁচ বছৰ ধৰি বেলেগে বেলেগে আছে যদিও সেইটোনো কি কথা! এনে আপদৰ সময়ত এনেদৰে জেদ ধৰাটো ঠিক নহয়।

আনপিনে ইচ্ছা থকা স্বত্বেও মই সুদৰ্শনাৰ কান্ধত হাত থৈ সান্ত্বনাৰ বাক্য এটাও ক'ব পৰা নাই—"সুদৰ্শনা, দেউতাৰা গ'ল যদিও মই আছো নহয়! হতাশ নহ'বা ···।"

কিন্তু একোৱে নহ'ল। চট্ চট্ শব্দ কৰি চিতা জ্বলিয়ে থাকিল। পাঁচজন ব্ৰাহ্মণে সংকাৰ কাৰ্য্য সমাপ্ত কৰিলে আৰু অস্থি আদি বান্ধি লৈ আমি মাতবোল নোহোৱাকৈ উভতি গুচি আহিলোঁ। বাটত আহোঁতেও কাৰো মুখত মাত নোলাল। বতাহত উৰি থকা ধূলিবোৰৰ মাজেৰে আমি আটায়ে গুচি আহিলোঁ।

দ্বিতীয় দিনা পুষ্পাঞ্জলিৰ বাবে যাব লাগে। মানুহে ক'লে—"জোঁৱায়ো ল'বাৰ সমানেই। গতিকে ফুল দিবৰ বাবে তেৱেঁ য'ক।" সুদৰ্শনাই একো নক'লে—কিন্তু নিজে এটা চাকৰক লগত লৈ তালৈ গুচি গ'ল।

তৃতীয় দিনাৰ বাবেও মই ইয়াত থকাটো বৰ শোভনীয় হ'ব

যেন নালাগিল। সম্ভৱতঃ মহেন্দ্ৰবো তেনেই লাগিছিল। সুদৰ্শনা বাৰাণ্ডাৰ চকী এখনত বৰ হতাশ ভাৱেৰে বহি আছিল। মই কিবা কওঁ বুলি সেইপিনে আগবাঢ়িছিলোঁ—"সুদৰ্শনা, ৰাতিৰ গাড়ীৰে মই উভতি যাওঁ।" তেনেতে অন্য দিশৰ পৰা মহেন্দ্ৰক আহি থকা দেখি মই প্ৰতিক্ৰিয়াহীন ভাৱে মুখ ঘূৰাই লৈছিলোঁ।

মহেন্দ্ৰ আহি পোৱাৰ লগে লগে সুদৰ্শনা থিয় হ'ল। মহেন্দ্ৰই তেতিয়া ক'লে—"কাইলৈ ৰাতি পুৱাই যাওঁ বুলি ভাবিছোঁ।"

—"কিয়? ইমান লৰালৰিকৈ কিয় যাবলগীয়া হ'ল? আৰু এটা দিন থাকি যাওকচোন"—এইখিনি কথা শুনি মোৰ এনে লাগিল যেন কোনোবাই মোৰ অন্তৰত এটা খুন্দাহে মাৰিলে। তেনেহ'লে সুদৰ্শনাই মহেন্দ্ৰক ৰাখিবলৈ বিচাৰে নেকি!···এনেও হ'ব পাৰে যে দুয়োজনৰে মাজত এটা কিবা মকামিলা হৈ যাব। সম্ভৱতঃ সেয়ে হ'ব—এয়া হ'ব লগীয়া কথাই। তাই ঘৰটো ভাৰালৈ দি বা বন্ধ কৰি থৈ মহেন্দ্ৰৰ লগত গুচি যাব······আৰু দুয়োজনে আকৌ একে লগে থাকিবলৈ ল'ব। খন্তেকৰ কাৰণে ভাবিছিলোঁ যে ঠিকেই হ'ল। এতিয়া এওঁৰ আগলৈ বা পিছলৈ আৰু আছেইবা কোন? অকলশৰীয়া দেউতাক আছিল আৰু সেই কাৰণেই ইমান ডাঙৰ খোজ এটা আগবঢ়াবলৈ সক্ষম হৈছিল।···কিন্তু এতিয়াতো তাই সম্পূৰ্ণ অকলশৰীয়া···গতিকে এতিয়া কৰিবই বা কি!

লগে লগে মই ইয়াত আৰু অধিককাল অতিবাহিত কৰাৰ কোনো ঔচিত্য দেখা নাপালোঁ। তাৰ পিছত ধীৰ স্থিৰ ভাৱে কলোঁ—"সুদৰ্শনা, মই ৰাতিৰ গাড়ীৰে যাম বুলি ভাবিছোঁ।"

—"কিয়? আৰু দুই এদিন থাকিব নোৱাৰেনে?"

তাইৰ এই কথাষাৰে মোক আৰু সংকটত পেলালে। ভাবিছিলোঁ দুঃখৰ এই গভীৰ এন্ধাৰত সুদৰ্শনা এক প্ৰৱল চাকনৈয়াৰ মাজত পৰি ককবকাব!···কিন্তু তাই আন্তৰিক ভাৱে সঁচাকৈয়ে ভাগি পৰিছে জানো······আৰু কোনোবা এজনৰ আশ্ৰয় ল'বলৈ বিচাৰে নে······?



আমি দুয়োজনে ৰৈ গ'লোঁ—ইজনে সিজনৰ পৰা বেলেগে বেলেগে—আঁতৰি আঁতৰি······।

···সেই ঘৰটোত তিনিওজনে আমি পুৰণি স্মৃতিবোৰকে ৰোমন্থন কৰি থাকিলোঁ। এই কাৰণেই ইয়াত থকাটো কিবা বিষম বিষম যেন লাগিছিল। এইটোৱেইতো ঘৰ- য'ত মই সুদৰ্শনাৰ লগত ঘণ্টাৰ পিছত ঘণ্টা কটাইছিলোঁ···ইয়াৰ প্ৰতিখন দেৱালেই আমাৰ প্ৰথম প্ৰেমৰ সাক্ষী দিব···দেৱালখনৰ প্ৰতি টুকুৰা ইটা আমাৰ সাক্ষ্য বহন কৰি এতিয়াও সজীৱ হৈয়ে আছে! এতিয়াও সুদৰ্শনা সেই দেৱালখনলৈ পিঠি দি আছে। এই দেৱালতেই মই তাইক দুই বাহুৰে সাৱটি লৈছিলোঁ—প্ৰথমবাৰ। মই দেৱালত হাত দি যেতিয়া তাইক সাৱটি ধৰিছিলোঁ—তেতিয়া সুদৰ্শনাই লাজ লাজ ভাৱেৰে কৈছিল—'এই বাহু এনেদৰেই থাকিব নহয়···? এই বাহু বন্ধন চিৰকাল এনেদৰেই থাকিব নহয়?" আৰু মই থিয়ৈ থৈয়ে হাঁহি আছিলোঁ।

তাৰ পিছত লাহে লাহে এইখন ঘৰৰ সকলো পৰিবৰ্ত্তন হৈ গ'ল। এদিনাখন এইখন ঘৰত মহেন্দ্ৰৰ প্ৰবেশ ঘটিল। মহেন্দ্ৰৰ প্ৰৱেশ ঘৰখনৰ বাকী থকা খিনিও সলনি কৰি পেলালে। ঘৰৰ মানুহ বোৰৰ ব্যৱহাৰবো পৰিবৰ্ত্তন স্পষ্ট হৈ পৰিল আৰু শেহলৈ মই এইখন ঘৰলৈ আহ-যাহ কৰাটো অপমানজনক যেন অনুভৱ কৰিবলৈ ধৰিলোঁ···সেই কথাবোৰ এতিয়া ভাবি হাঁহি উঠে। তথাপিও সেই আঘাত আজিও পাহৰিব পৰা নাই।

আমাৰ পথো পৰিবৰ্ত্তন হৈ গ'ল আৰু ভাবিলোঁ আমি পৰস্পৰে পৰস্পৰক পাহৰি গলোঁ। ভাবিছিলোঁ যে হয়তো আমাৰ এই সম্বন্ধ শিশুসুলভ আছিল—যৌৱনৰ এক মোহ আছিল।···প্ৰতিজনেই আমি ইয়াক সেই ভাৱেই লৈছিলোঁ।

সুদৰ্শনাৰ দাম্পত্য জীৱন বেচ সুখৰ আছিল। প্ৰথম বাৰ সুদৰ্শনা আৰু মহেন্দ্ৰক যেতিয়া মই লগ পাইছিলোঁ তেতিয়া সুদৰ্শনাৰ চকুত প্ৰথম পৰিচয়ৰ ধূৰঁলি-কুৱঁলী ছবি এখন ভাঁহি উঠিছিল। কিন্তু

মহেন্দ্ৰৰ মুখত পৰম বিজয়ৰ ভাব এটা পৰিস্ফুট হৈ পৰিছিল—এটা অহংকাৰৰ ভাব আছিল··· তেতিয়া মই আৰু বেছি আঘাত পাইছিলোঁ।

—"আপোনাৰ কথা মাজে-সময়ে আমাৰ ঘৰত ওলায়।" মহেন্দ্ৰই প্ৰথম হাত মিলোৱাৰ পিছতে কৈছিল—"এনেয়ে আমি নিজৰ কথা কৈয়ে শেষ কৰিব নোৱাৰোঁ।—দুয়োজনে বেছ কথকী আমি······।" বুলি কৈ হঁহুৰাইছিল। মই ধৈৰ্য্য ধৰি কথাবোৰ শুনি গৈছিলোঁ।—কিন্তু চকুৱে চকুৱে মই সুদৰ্শনাক সুধিবলৈ খুজিছিলোঁ।—"মোক এইদৰে কিয় অপমান কৰা হৈছে ?···তোমাৰ গিৰীয়েৰাৰ ব্যঙ্গ বুজি পাইছা নহয় ?" সুদৰ্শনাই মহেন্দ্ৰই যে মোক কথাৰে বেপিছে তাক বুজি পাইছিল। নিজৰ অজ্ঞতাই এই কথাৰ আঘাত আৰু বেছি দ কৰি দিছিল। "আপোনাৰ ভাল কথাকে আমি পাতোঁ।"

—"মই নাজানো ভাল কথানো কি ?" বৰ কষ্টেৰে অলপ হাঁহি মাৰি মই সুধিলোঁ।—কিন্তু তাৰ কোনো উত্তৰ পোৱা নহ'ল। সুদৰ্শনা আৰু মহেন্দ্ৰ কৰবালৈ যোৱাৰ ল'ৰা লৰিত আছিল।

মই বৰ কষ্ট অনুভৱ কৰিছিলোঁ যদিও এই বুলি ভালো লাগিছিল যে দুয়োজন বেচ সুখে-সন্তোষে আছে।

ইয়াৰ পিছতো তেওঁলোকৰ সুখী যুগ্ম জীৱনৰ বহুতোবোৰ কথা কাহিনীৰ দৰে শুনিয়ে আছিলোঁ। বেচ ধুনীয়া পকী ঘৰ এটা সজালে, মটৰ কিনিলে, তিনিজনকৈ চাকৰ-বাকৰ ৰাখিছে আদি আদি। সকলো ধৰণৰ আৰামৰ কোনো অভাব নাই। ঘৰে ঘৰে তেওঁলোকৰ সুখ-বৈভৱৰ কাহিনী, দেশ-বিদেশ ভ্ৰমণৰ বাতৰি বিয়পি পৰিছিল। যি ঠাইলৈ ভ্ৰমণৰ উদ্দেশ্যে যায় সেই ঠাইৰ বিষদ বৰ্ণনাবোৰ চিঠিৰে জনাইছিল। মাজে মাজে পিক্‌চাৰ পোষ্ট কাৰ্ডত লিখা দুই এটা শাৰীও আহিছিল। পাৰ্চেল আহিছিল, বিধে বিধে উপহাৰ।···

সেই দিনবোৰৰ পিছত এবাৰ সুদৰ্শনা ঘৰলৈ আহিল। নাজানো কিয় ! কিয় বা তাই কোনো বা-বাতৰি নিদিয়াকৈ হঠাতে আহি



গ'ল। অলপ সময়ৰ বাবে তাইক লগ পাইছিলোঁ। তাই মনক উদ্বাউল কৰি ৰখা দুখবোৰ দমাই ৰাখিব পৰা নাছিল। লাহেকৈ কৈছিল—"মানুহবোৰ বৰ সন্দেহপৰ জীৱ—নহয় জানো ?"

—"কেলেই ?"

নাজানো কি বিশ্বাসত তাই কথাবোৰ কৈ পেলাইছিল। "বুজিছা চন্দৰ, এইখন ঘৰৰ কাকোতো মই এইবোৰ কথা ক'ব নোৱাৰোঁ।—কিন্তু তোমাক কোৱাত মোৰ কোনো সঙ্কোচ নাই···দুখ মোৰ একো নাই ; কিন্তু এনে লাগিছে যেন আৰু আগবাঢ়িব নোৱাৰিম।"

—"কথা কি সুদৰ্শনা ? এৰা, কথাবোৰ কৈ দিলে তোমাৰ মনটো অলপ পাতল লাগিল হয় নেকি ?"—মই ক'লোঁ।

—"কথা বিশেষ একো নাই—এটি সৰু কথা ! এদিনাখন আমি দুয়ো এখন হোটেলত বহি আমাৰ অতীত ৰোমন্থন কৰি আছিলোঁ। মোৰ হাতখন তেওঁৰ বুকুত আছিল আৰু তেওঁৰ হাত মোৰ কান্ধত···। তেনে সময়তে তেওঁ মোক শুনাইছিল তেওঁৰ জীৱনৰ এক বিস্মৃত প্ৰেম-কাহিনী ! কথাবোৰ শুনি মই এনে অনুভৱ কৰিছিলোঁ যে মই এওঁক জিনিলোঁ ! ইয়াৰ পিছত তেওঁ মোক অতি মৰমেৰে সুধিলে—"দৰ্শী, তুমিওতো কাৰোবাক ভাল পাইছিলা চাগৈ ?" সেই সময়ত মই মিছাও ক'ব পাৰিলোহেঁতেন ; কিন্তু আমি একেবাৰে মনৰ সম্পূৰ্ণ দুৱাৰ খুলি সঁচা কথাবোৰকে কৈ আছিলোঁ। সকলোবোৰ স্বীকাৰ কৰি লোৱাৰ 'মুড' আছিল সেইটো। তেতিয়া মই তোমাৰ বিষয়ে অলপ কৈছিলোঁ···এয়ে যে তুমি মোক বৰ ভাল পাইছিলা আৰু এই কাৰণেই তুমি এতিয়ালৈ বিয়া কৰোৱা নাছিলা—সচাঁকৈয়ে সেই সময়ত মই এক অতীন্দ্ৰিয় তৃপ্তি অনুভৱ কৰিছিলোঁ।—এই বুলিয়ে যে তুমি এতিয়াও মোলৈ·····মনত কৰা···।

"তাৰ পিছত তেওঁ খুচুৰি খুচুৰি আৰু বহুত কথা মোৰ পৰা উলিয়াব খুজিছিল আৰু ময়ো আবেগতে সকলো কথা কৈ গৈছিলোঁ। কিছু সময়ৰ পিছত মই এইটো অনুভৱ কৰিলোঁ যে আমাৰ অজ্ঞাতে আমাৰ দুজনৰ মাজত তৃতীয় এজনেও আহি স্থিতি লাভ কৰিলে।

মই ক'বই নোৱাৰিলোঁ যে তেওঁৰ বাহু কেতিয়া মোৰ পিঠিৰ পৰা আঁতৰি পৰিল আৰু কেতিয়া মোৰ মূৰ তেওঁৰ বুকুৰ পৰা গৈ গাৰুত পৰিছিল । অজ্ঞাতেই আমি দুজনে ইজনে সিজনৰ স্পৰ্শৰ পৰিধিৰ বাহিৰলৈ গুচি গৈছিলোঁ ।......

"তেতিয়াৰ পৰা সেই তৃতীয়জন ব্যক্তি আমাৰ দুয়োৰে মাজত সকলো সময়তে বিদ্যমান থকা হ'ল......সঁচাকৈয়ে সেইজন তুমিও নোহোৱা । মোৰ কাৰণে সেই তৃতীয় পুৰুষ জন তোমাৰ ৰং-ৰূপলৈ পৰিবৰ্ত্তিত হৈ যায়—আৰু সেই কাৰণে সেই তৃতীয় পুৰুষৰ নাম তোমাৰ নাম হৈ পৰে ।

তাৰ পিছৰ পৰা এই প্ৰতিচ্ছবিটো অনবৰত আমাৰ মাজত থকা হ'ল..." কৈ কৈ সুদৰ্শনাৰ চকু সজল হৈ উঠিল ।

—"এই প্ৰতিচ্ছায়াই তোমাক বৰ কষ্ট দিছে ?"

—"পীড়াদায়ক কথা হ'ল এয়ে যে আমি দুয়োজনে বৰ ভাল... পৰস্পৰৰ প্ৰতি আমাৰ কোনো অভিযোগ নাই । কিন্তু কোনো কথা আমি খোলা-খুলিকৈ ক'ব নোৱাৰোঁ...কেতিয়াবা মই নিজৰ ভাৱত বিভোৰ হৈ এওঁৰ লগত কথা কওঁ যদিও তেওঁৰ দৃষ্টিত এটা সন্দেহৰ ভাব তেতিয়াও সাঁতোৰি থাকে । মোৰ প্ৰতিটো কথা, প্ৰতিটো ভাৱনাৰ অৰ্থ ই তেওঁৰ কাৰণে সলনি হৈ গৈছে...বুজি নাপাওঁ, এইদৰেনো কেনেকৈ চলিম...."

ইমানখিনি কথাই সিবাৰ সুদৰ্শনাৰ লগত হ'ল । মোৰ মন নানা আশংকাৰে উপচি পৰিল । এনে লাগিছিল যেন ভাঙনৰ সময় একেবাৰে সন্নিকট ! মই একেবাৰে উদাস হৈ পৰিছিলোঁ আৰু নিজকে চন্তালি লৈ কৈছিলোঁ—"মইতো ভাবিছিলোঁ তুমি বেচ সুখী...কিন্তু আজি এইবোৰ জানি আঘাত লাগিল । কিন্তু এই ক্ষেত্ৰত মইনো কি কম সুদৰ্শনা ? এনে হোৱাটো উচিত নাছিল ! নিজ নিজ জীৱনৰ সন্তুলন ৰাখি প্ৰতিজন ব্যক্তিয়ে বেলেগে বেলেগে চিন্তা কৰে ।...নিজৰ বিষয়ে নিজতকৈ আন কোনোৱে বেছি নাজানে......"



—"কি কম চন্দৰ,—এনে লাগিল যেন...জোৱাৰ নামি গ'ল—তিতি থকা সমুদ্ৰ-কিনাৰত মোৰ বাবে ৰ'ল এয়া শামুকৰ খোলা আৰু ফেনবোৰ...লাহে লাহে পাৰ শুকাই ফাটি চিৰাচিৰ হৈ যাব।..."

—"কৰিবলৈকেতো মই একো কৰিব নোৱাৰোঁ সুদৰ্শনা, কিন্তু ভিতৰে ভিতৰে তোমাৰ কাৰণে মই জ্বলি পুৰি নিঃশেষ হৈ যাব ধৰিছো— ! তথাপি তোমাৰ কাৰণে আন কিবা এটা কৰিবলৈ মোৰ শক্তি নাই ।"

—"কি ক'বা—সেয়া নিয়তিৰ এক পৰিহাস আছিল যে মোক তালৈ লৈ গ'ল... । যাক মই সম্ভৱতঃ বৈভৱৰ দ্বাৰা ছলিবলৈ চেষ্টা কৰিছিলোঁ । এতিয়া সেই নিয়তিয়েই মোক ছলিবলৈ ধৰিছে ।"

সুদৰ্শনাৰ চকু পানীৰে ভৰি পৰিছিল আৰু দুয়োখন হাত মেলি সুধিছিল—"এতিয়া কোৱা মোৰ ভাগ্যত আৰু কি লিখা আছে ?"

—"একো লিখা নাই সুদৰ্শনা !"

—"মই উভতি যাওঁ, কিনো অন্য উপায় আছে আৰু... !"

—"ক'ৰবাত চাকৰিকে এটা বিচাৰি লোৱা, তেতিয়া মনটো অলপ পৰিবৰ্ত্তন হ'ব । ব্যস্ত থাকিলে কিছু কিছু পাহৰি থাকিব পাৰিবা ।"

মোৰ কথা শুনি তাই হাঁহি দিলে—"ইমানখিনি ময়ো জানো । কিন্তু এইটোতো এটা সমাধান নহ'ল...বুজিছা চন্দৰ, অন্য কিবা কোৱা...।" বৰ হতাশভাবে সুদৰ্শনাই ক'লে । মোৰ ওচৰত ক'বলৈ আছিলেইবা কি !

বিদায়ৰ সময়ত মই কেৱল ইমানখিনিকে কৈছিলোঁ—"মাজে মাজে বা-বাতৰি দিবা—সুখ-দুখৰ কথা লিখিবা ।..."

শেষত তাই উভতি গুচি গ'ল । আকৌ তাৰ পিছত আনন্দৰ ঢৌ এটা বাগৰিছিল, আকৌ তাইৰ মোলৈ তেনেকৈয়ে চিঠি আহিছিল—কিন্তু সিমান দীঘলীয়া নহয় । এনে লাগিছিল যেন তাই চিঠি লিখি লিখি তাইৰ হেৰোৱা আনন্দবোৰ ওভোতাই অনাৰ এটা ব্যৰ্থ চেষ্টাহে কৰিছিল ।

ইয়াৰ পিছত এবাৰ আৰু এটা জোৱাৰ আহিছিল—পাঁচ বছৰ

আগতে তাই পিতৃ-গৃহলৈ আকৌ উভতি আহিছিল—তাৰ পিছত আৰু উভতি নগ'ল। প্ৰথম অৱস্থাত পিতাকে কৈছিল মহেন্দ্ৰ এবছৰৰ বাবে কিবা এটা ট্ৰেইনিঙৰ বাবে বিদেশলৈ যাবলৈ ওলাইছে—সেইবাবে সুদৰ্শনা ইয়াতেই থাকিব। কিন্তু এবছৰ এবছৰকৈ যেতিয়া পাঁচোটা বছৰ অতিক্ৰম কৰিলে তেতিয়া মানুহৰ মাজত নানা বু-বা উঠিল—তাৰ শেষত এই স্থিতিকে সকলোৱে স্বীকাৰ কৰি ল'লে।

কিন্তু মই এই স্থিতিটো স্বীকাৰ কৰিব পৰা নাছিলো। এই বাবেই এবাৰ মই তাইৰ ওচৰলৈ গৈছিলো আৰু ঘূৰাই পকাই তাই গুচি অহাৰ কাৰণটো জানিবৰ চেষ্টা কৰিছিলোঁ।

সম্ভৱতঃ এতিয়া মানে তাই এইবোৰত অভ্যস্ত হৈ পৰিছিল। হাঁহি মাৰি লাহেকৈ ক'লে—"তেনে বিশেষ কাৰণতো একো নাই। ভাবি লোৱা যে আমি দুয়ো বেচ ভালে আছো আৰু আমি কোনেও কাকো কষ্ট দিব নোখোজো। আমাৰ যাতনা এনে ধৰণৰ যে দুয়ো একেলগে তাক ভোগ কৰিব নোৱাৰো" — বুলি কৈ কৈ খোপাৰ পিন এটা উলিয়াই লৈ তাৰে মাটিত ৰেখা টানিছিল।

চাৰিওপিনে যেন আচৰিত ধৰণৰ অসহায় অৱস্থা এটা বিয়পি পৰিছিল। গধূলি ৰাতিৰ গভীৰতাৰ পিনে আগবাঢ়ি গৈছিল। গছবোৰ নিশ্চল ভাবে থিয় দি আছিল; ঘৰটোক এন্ধাৰবোৰে এপিনৰ পৰা গ্ৰাস কৰি আনিছিল। সুদৰ্শনাৰ দেউতাক বাৰাণ্ডাৰ বিজুলী চাকিটো জ্বলাই দি ভিতৰলৈ গুচি গ'ল। নাজানো সুদৰ্শনাই কি ভাবি আছিল—কলে—"এন্ধাৰ হ'লেই, বলা আমি ভিতৰলৈ যাওঁ।"

এই পাঁচটা বছৰ, নাজানো সুদৰ্শনাই কেনেকৈ কটালে। কাৰণ এইখন ঘৰত দেউতাকৰ বাহিৰে তাইৰ আপোন আৰু কোনো নাছিল। পিতা-পুত্ৰী দুজনেই ঘৰখনত আছিল।

সেয়েহে মই যেতিয়া তাইৰ দেউতাকৰ মৃত্যুৰ বাতৰিটো পালোঁ, বৰ উদ্বিগ্ন হৈ পৰিলোঁ। উদ্বিগ্নতাৰ ঘাই কাৰণ আছিল—"এতিয়া সুদৰ্শনাৰ কি হ'ব। তাই কলৈ যাব। সম্ভৱতঃ আকৌ মহেন্দ্ৰৰ



ওচৰলৈ উভতি যাব। তাৰ বাহিৰে আৰুনো উপায় কি আছে? সেই সময়ত মই এইটো আশা কৰি থোৱা নাছিলোঁ যে তাত গৈ মহেন্দ্ৰক লগ পাম। গৈ দেখিলোঁ মহেন্দ্ৰ আগতে আহি উপস্থিত। কাম-কাজৰ দ্বাৰা এইটো অনুভৱ কৰিছিলোঁ যে তেওঁলোকৰ হেৰোৱা সম্বন্ধটো পুনৰ বিকশিত হৈ উঠিব। সম্ভৱতঃ সুদৰ্শনাই ইচ্ছা কৰিয়ে তেওঁক একো কৰিবলৈ দিয়া নাছিল। তাই হয়তো আশা কৰিছিল, এই নীৰৱতাৰ স্থিতি অন্ত কৰি মহেন্দ্ৰই হাত আগবঢ়াওক। এই কাৰণেই সেই দুপৰীয়া যেতিয়া কাষৰ কোঠালীটোত মহেন্দ্ৰ বহি আছিল আৰু আমি দুয়ো বহি কথা হৈ আছিলোঁ, তেতিয়া মই তাইক সুধিছিলোঁ—"তুমি কেতিয়াকৈ যাবা?"

—"ক'লৈ?"

মই হাঁহি দিছিলোঁ। তায়ো হাঁহিছিল আৰু উদাস ভাবে কৈছিল—'ইয়াৰ' আৰু 'তাৰ' মাজত পাৰ্থক্য কি আছে? পাৰ্থক্য ইমানেই যে 'ইয়াত' মই ক্ষয় যাবলৈ ধৰিছো আৰু 'তাত' মোক ক্ষয় কৰা হব।

—"সেয়াতো বুজিছো—কিন্তু কিবা এটা উপায়তো নিজৰ কাৰণে উলিয়াই লোৱা। সম্ভৱতঃ মহেন্দ্ৰ এই কাৰণেই আহিছে?"

—"তুমি কিয় আহিছা?" তাইৰ পোনপটীয়া প্ৰশ্ন।

তাৰ পিছত কিছু সময় নিস্তব্ধ! তাই উঠি খিৰিকীৰ মুখত থিয় দি সৰু সৰু বা-মাৰলীৰ দৃশ্যবোৰ চাই থাকে। কপালৰ পৰা তাইৰ ঘাম বৈ আহিছিল আৰু কাণৰ কাষৰ চুলিবোৰ লিপিট খাই পৰিছিল। তাইৰ উশাহ-নিশাহ গভীৰ হৈ পৰিছিল।

কিছু সময়ৰ মৌনতাৰ পিছত আকৌ কলে—"বুজিছা, সকলো কথা সকলোকে ক'ব নোৱাৰি। জীৱনত ইমান স্পষ্টবাদী হোৱাটো বিপদজনক। কিছুমান সুন্দৰো সম্ভৱতঃ বিশ্বাসঘাতক হয়…।"

মই যিমানেই তাইক বুজাবলৈ চেষ্টা কৰিছিলো সিমানেই আমাৰ কথাবোৰ গভীৰ ৰহস্যৰ কুঁৱলীৰ মাজত সোমাই পৰিছিল। জীৱনটোও সেইদৰে দুৰ্বহ ৰহস্যৰ মাজত কৰকৰাবলৈ ধৰিছিল্।

······মহেন্দ্ৰ গধূলি পৰ্য্যন্ত নিজ কোঠাতে আবদ্ধ হৈ থাকিল।

দ্বিতীয় দিনা পুৱা তাৰ যোৱাৰ কথা আছিল। ৰাতি খোৱা-বোৱাৰ পিছত মই নিজৰ কোঠালৈ গৈছিলোঁ। মহেন্দ্ৰৰ কোঠাৰ পৰা ৰাতি কিছুমান আহ-যাহৰ শব্দ ভাঁহি আহিছিল—কিছু কথা, অলপ উচুপনি আৰু তাৰ পিছত নিস্তব্ধতা। অসংলগ্ন এই ৰাতিটো কিবাকৈ পুৱাল।

ৰাতিপুৱা সকলো ফালে ফৰকাল আছিল। মই বাথৰুমৰ পৰা ওলাই অহা সময়ত সুদৰ্শনাক মহেন্দ্ৰৰ কোঠাৰ পৰা ওলাই আহি নিজ কোঠাৰ পিনে যাবলৈ ধৰা দেখিছিলোঁ। এলাহ-এলাহ, উদাস-উদাস আৰু অস্তব্যস্ত ভাবে। দহ বজাৰ গাড়ীৰে যেতিয়া মহেন্দ্ৰ গুচি গ'ল, তেতিয়া মই নিজকে বৰ কিবা এটা অসুবিধাজনক স্থিতিত থকা যেন পালোঁ। ভাবিছিলোঁ, সুদৰ্শনাক কৈ দিওঁ নেকি—"তুমি দুখৰ এই দাৰ্শনিক পৰিধান এটা কিয় পিন্ধি আছা? ইয়াতেই, এনেকৈয়ে আনন্দ পোৱা নেকি···?" কাৰণ মই ভাবিছিলোঁ যে সুদৰ্শনা ঠিক তেনে অস্ত-ব্যস্ত বা দুখৰ প্ৰতিমূৰ্ত্তি এটা হিচাবেই মোৰ ওচৰলৈ আহিব।

এক বজা মানত কোনোবাই মোৰ দুৱাৰত টুকুৰিয়ালে। বাহিৰ ওলাই দেখিলোঁ, সাঁজি কাচি ধুনীয়াজনী হৈ সুদৰ্শনা থিয় দি আছে···। যেন দহ বছৰৰ আগৰ সেই সুদৰ্শনাজনীহে। এনে লাগিল যেন অতীত আকৌ উভতি আহিল আৰু ইতিহাস তাৰ পৰাই পুনৰ আৰম্ভ হ'বলৈ ওলাইছে—সেই বিন্দুৰ পৰা—য'ৰ পৰা ঘটনা-বোৰৰ পাক ঘূৰিবলৈ লৈছিল।

—"বলা ক'ৰবাত বাহিৰতে খাই আহোঁগৈ। ওঁ, সোনকালে ওলোৱা।·····"

খোৱাৰ মেজত আমি আকৌ সেইবোৰ কথাকে মনলৈ আনি ছিলোঁ—যিবোৰ আমাক এদিন একাত্ম কৰিছিল! আমি যদি একেলগে থাকিলোঁহেঁতেন তেন্তে কি হ'লহেঁতেন! জীৱনৰ দ্বাৰা কোন খিনিৰ লগত তাক সু-সম্বন্ধিত কৰিব পৰা গ'লহেঁতেন!···



আকৌ প্ৰেমৰ সেই প্ৰতিচ্ছবিবোৰে দৃষ্টি-পটত দেও দি নাচিবলৈ ধৰিছিল। এনে লাগিছিল যেন কিবা এটা আকৌ ঘটিবলৈ উক-মুকাইছে।

দুপৰীয়া উভতি আহি আমি পাহৰি গ'লোঁ যে এই ঘৰটোক কিছু সময় আগতে মৃত্যুৰ কৰাল ছায়াই আবৰি ধৰিছিল আৰু সকলো-বোৰে গভীৰ কৰুণাৰ ক্ৰমত আবদ্ধ হৈ আছিল।

গধূলি যেতিয়া মই যাবলৈ সম্পূৰ্ণ সাজু হৈ ওলাইছিলোঁ তেতিয়া ভাবিছিলোঁ সুদৰ্শনা আহি মোক মানা কৰিব, নাযাবৰ বাবে আমনি দিব। কিন্তু সেয়া একো নহ'ল। গাড়ীৰ সময়ৰ আগে আগে তাই আহি মোক ক'লে—"মই তোমাক বিদায় কৰিবলৈ ষ্টেশ্যনলৈকে যাম।"

বাটত মই বৰ সঙ্কোচ সঙ্কোচ ভাবে এইখিনিকে কৈছিলোঁ—"সুদৰ্শনা এতিয়া অলপ চিন্তা কৰা ডিয়াৰ! মোৰ কথা নকওঁ—কিন্তু·····।"

—"শুনা চন্দৰ, এনে লাগিছে যেন একো নহ'ব। মই মানসিক ভাবে একেবাৰে অসমৰ্থ হৈ পৰিছো। একো এটা স্বীকাৰ কৰিবলৈকে মোৰ সামৰ্থ্য নোহোৱা হৈ গ'ল···"

--"সকলো কথা এবাৰ কৈ দিয়া সুদৰ্শনা!"···

--"এইটো উচিত নহ'ব। এনে কোন আছে যেয়ে সকলো কথা কৈ দিছে। দহোটা ক'ব লগীয়া কথা আছে—সি কেৱল মোৰহে কথা—তাৰ ভিতৰত তোমাক কেৱল তিনিটাহে ক'ব পাৰিম—বাকী নোৱাৰোঁ; অন্য কাৰোবাক যদি পাওঁ বাকী চাৰিটা কব পাৰিম··· আৰু কাৰবাক হয়তো আন এটা কথা কব পাৰিম! কিন্তু এনে কোনো নাই যাক সকলো কথাকে কব পাৰি। যদি কোনোবাই কয় তেন্তে তাক সকলোৱে অকলশৰীয়া কৰি থৈ যাব—একেবাৰে অকল শৰীয়া। সমগ্ৰ জগত খনে তাক অকলশৰীয়া কৰি এৰিব। সকলোতে এই ব্যাকুলতা, এই বাধ্যবাধকতা, চন্দৰ!" কৈ কৈ তাই হাত খনত

ধৰি ল'লে। তাইৰ জঠৰ আঙুলিবোৰ থৰথৰ কৈ কঁপিছিল; আকৌ কৈছিল—"তোমালৈ চিঠি লিখিম, কিন্তু অইন একো নাভাবিবা।"

মই গুচি আহিলোঁ। তাই প্লেট ফৰ্মৰ এন্ধাৰৰ মাজত বুৰি লীন হৈ গ'ল……

কেদিন মান পিছত তাইৰ এখন চিঠি আহিছিল—ওপৰৰ ঠিকনাটো তাইৰ হাতৰ আখৰৰ আছিল আৰু মোহৰটোও আছিল তাই থকা চহৰ খনৰে। লেফাফাটোৰ ভিতৰত আছিল এখন একো নেলেখা উকা কাগজ…। কাগজখন জপাৰ ভাজ কেটাৰ বাহিৰে তাত আৰু একো নাছিল।







# আঘাত

—ফণীশ্বৰ নাথ ৰেণু

খেতি-বাতিৰ সময়ত গাৱঁৰ খেতিয়কে শিৱচনক হিছাপত নধৰে। অৱশ্যে মানুহে তাক নিবনুৱা বুলি নধৰি "বনুৱা" বুলিহে ধৰে। খেতি পথাৰৰ কাম কৰিবলৈ শিৱচনক মাতিবলৈ কেৰে নাযায়। তাক মাতিলে কি লাভ হব? আন বনুৱাই তিনি ভাগৰ এভাগ কাম কৰাৰ পিছতহে শিৱচনে হাতত খন্তি লৈ ওলায় পথাৰৰ সৰু আলিৰে, জুখি জুখি খোজ দি! এনেয়ে পাৰিশ্ৰমিক দিয়াটো অৱশ্যে স্বকীয়া কথা! কিন্তু কেইজনে এনেয়ে পাৰিশ্ৰমিক দিব?

……আজি শিৱচনক অকামিলা, কামচোৰ নাইবা লুভীয়া বুলি কোনোবাই কওক বাৰু! এসময়ত তাৰ জুপুৰীৰ ওচৰত বাবুহঁতৰ গাড়ীবোৰ প্ৰায়ে দেখা গৈছিল! মানুহে তাক কেৱল বিচৰাই নাছিল, ভালো লগাইছিল—শিৱচন ভাই! এতিয়াতো অঞ্চলটোৰ ভিতৰত তোমাৰ হাততেই এই শিল্প বৈ গৈছে। এদিন সময় উলিয়াই বলা। কালি চহৰৰ পৰা-ককাই দেউৰ চিঠি আছিছে—"শিৱচনৰ হতুৱাই তুখন পৰ্দা তৈয়াৰ কৰাই পঠাই দিয়া!"

মোৰ মনত পৰে, যেতিয়া মোক মায়ে শিৱচনক মাতিবলৈ কৈছিল, মই মাক সুধিছিলো—তাক কি কি ভোগ লাগিব?"

মায়ে হাঁহি হাঁহি কৈছিল—"যা! বেচেৰাই মোৰ কামত পূজা নাইবা ভোগৰ কথা নুলিয়ায়।"

ব্ৰাহ্মণ টোলৰ পঞ্চানন্দ চৌধৰীৰ সৰু লৰাটোক এবাৰ মোৰ আগতে শিৱচনে বেয়া ব্যৱহাৰ কৰিছিল। "তোমাৰ বোৱেৰাই নখেৰে

জুখি তৰকাৰী বিলাই দিয়ে! আৰু তেতেলীৰ ৰস ঢালি "কট়ী" তৈয়াৰ কৰে—ঘৰৰ চাকৰ-বাকৰৰ বাবে। তোমাৰ বৌৰেৰাই এই-বোৰ ক'ত শিকিলে?" এনে ঠাট্টা বিদ্ৰূপৰ ভয়তে শিৰচনক মাতি অনাৰ আগতে মই মাক সোধো! শিৰচনক দেখাৰ আগতেই মায়ে আনন্দতে কয়—"আহা শিৰচন! আজি গাখীৰ মথি থাকোতে তোমাৰ কথা মনত পৰিল! ঘিউৰ লগত তুমি চিৰা খাই ভাল পোৱা নহয়···? আৰু ডাঙৰ জনী ছোৱালীয়ে শহুৰেকৰ ঘৰৰ পৰা খবৰ দিছে—শীতল পাটি নোপোৱা বাবে তাইৰ ননদ জনীৰ হেনো খং।"

শিৰচনে নিজৰ সিক্ত জিভাখন চল্লালি হাঁহে—"ঘিউৰ গোন্ধ পায়ে আহিছো বৌ। নহলে এই বিয়া বোৰৰ সময়ত উশাহ লোৱাৰ সময় ক'ত!" শিৰচন কাৰিকৰ জাতিৰ। এমুঠি বন আৰু বাঁহৰ শলা হাতত লৈ সি ৰাতি যতনেৰে কঠ তৈয়াৰ কৰে! তাৰ পিছত শলাত ৰং দিয়াত পৰা চুতলীৰে গঁথালেকে এদিন শেষ! কাম কৰাৰ সময়ত অকণমান বাধা পৰিলেও জোপোহাত থকা সাঁপৰ দৰে সি ফোচ-ফোচাই উঠে—"তেনেহলে আনৰ হতুৰাই কাম কৰাই লব।' শিৰচনে তৰ্ক কৰে, কিন্তু কামচোৰ নহয়! বিনা পাৰিশ্ৰমিকে কাম কৰা কাৰিকৰ। পেট পুৰাই খাবলৈ পালেই হ'ল! গাখীৰত মিঠৈ নাপালেও কোনো কথা নাই, কিন্তু কথাৰ তিতা সি কেতিয়াও সহ্য কৰিব নোৱাৰে।

মানুহে শিৰচনক জুতি লোৱা মানুহ বুলিও ভাবে। তেলেৰে ভজা তৰকাৰী, দৈৰ "কট়ী," চামনি থকা গাখীৰ আদি আগেয়ে বন্দোবস্ত কৰি শিৰচনক মাতিলে সি নেজ জোকাৰি জোকাৰি উপস্থিত হয়! খোৱা লোৱাত অকণমান বেয়া হলে কামতো সেই। আধৰুৱা কৈ ৰাখি থিয় হব—"আজি মুৰটো বৰকৈ বিষাইছে! অকণমান ৰ'ল! কোনোবা দিনা আহি শেষ কৰিম!" কোনোবা দিনা মানে কেতিয়াও নাহে।

ঘাঁহ বা বনৰ ৰঙীন শীতল পাটি, বাঁহৰ সৰু সৰু শলাৰ জিকমিকোৱা পৰ্দা, ৰঙীন বেতৰ মূঢ়া, ভুচি আৰু খুদ ৰখাৰ বাবে



ডাঙৰ ডাঙৰ পাচি, খেতিয়কসকলৰ বাবে শুকান পাতৰ ছাতি, টুপী আদিৰ কাম শিৰচনে কৰে, যি কাম শিৰচনৰ বাহিৰে গাৱঁৰ কোনো মানুহে নাজানে। এনে কামক গাৱঁৰ মানুহে একো কাম নহয় বুলি ধৰাটো স্বকীয়া কথা! কাম নোহোৱা কাম! পাৰি-শ্ৰমিক হিছাপে ধান, চাউল নাইবা পইছা দিয়াৰ কোনো প্ৰয়োজন নাই! পেট পুৰাই খুওৱা, কাম শেষ হলে এখন ফটা-ছিটা কাপোৰ দি বিদায় দিয়া! সি একো নকয়।

একো নকয় যে তেনে নহয়! শিৰচনক মাতোতা সকলেও জানে, শিৰচন কথা পতাতো কাৰিকৰ! মহাজনৰ টোলৰ ভৰ্জু মহাজনৰ ছোৱালীয়ে শিৰচনৰ কথা শুনি খঙতে জ্বলি পকি উঠিল—"ৰবা। মই মাক কওঁ গৈ! ইমান ডাঙৰ কথা!"

"ডাঙৰ কথা আইজনীৰহে! ডাঙৰ মানুহৰ কথা ডাঙৰেই হয়; নহলে দুখন পাটীৰ কাম কেৱল খিচিৰী খুৱাই কৰাইনে? এয়া তোমাৰ মাবাই হে কৰিব পাৰে, বাবুৱনী।" শিৰচনে মিচিকি হাঁহি এটি মাৰি উত্তৰ দিয়ে।

সেইবাৰ মোৰ সৰু ভনীজনীক বিদায় দিবলগীয়া আছিল! পোন প্ৰথমবাৰৰ বাবে শহুৰেকৰ ঘৰলৈ যাব মানু। মানুৰ গিৰীয়েকে প্ৰথমেই বৰ বৌক চিঠি লিখি সাবধান কৰি দিছিল—"মানুৰ লগত মিঠৈৰ টোপোলা নাহিলেও কোনো কথা নাই। তিনিজোৰা ফেচনে-বুল শীতল পাটী নোহোৱাকৈ মানু আহিলে·····"

বৌৱে হাঁহি হাঁহি কৈছিল—'কোনো চিন্তা নাই সকলো ব্যৱস্থা কৰি পঠোৱা হ'ব।' এইবাবে এক সপ্তাহ আগতে শিৰচনক মাতি কামত লগাই দিছিল মায়ে।··· "চা শিৰচন! এইবাৰ তোক নতুন ধুতী দিম। আচল চাব মৰা ধুতী! মনোযোগেৰে এনে কাম কৰ যাতে সকলোৱে চাবলৈ বাধ্য হয়!" পাগৰ দৰে পাতল ছুৰিৰে বাঁহৰ কাঁঠি তুলি শিৰচন কামত লাগি গ'ল।·····

ডেৰ হাত ওলাল! মানুহে বুজিলে—এইবাৰ একেবাৰে নতুন ফেচনৰ বস্তু তৈয়াৰ হব ধৰিছে। এনে বস্তু আগতে কেতিয়াও

তৈয়াৰ হোৱা নাই! মাজু বৌৱে ৰব নোৱাৰিলে! পৰ্দাৰ আঁৰৰ পৰা কলে—"ছাব মৰা ধুতী দিলে ভাল বস্তু তৈয়াৰ হয় বুলি আগতে জানিলে ভাইটিক খবৰ দি পঠালোহেঁতেন।"

কামত ব্যস্ত শিৱচনৰ কাণত পৰিল! কলে—"ছাব মৰা ধুতীৰ লগত চিল্কৰ পাঞ্জাবীটো দিলেও এনে বস্তু তৈয়াৰ নহয় বোৱাৰী! মানু বাইদেউ মাকৰ আটাইতকৈ সৰু ছোৱালী! মানু বাইদেউৰ দৰাজনো অফিচাৰ!" মাজু বৌৰ মুখখন শেঁতা পৰি গ'ল! মোৰ খুৰীদেৱে ফুচ-ফুচাই কলে—"কাৰ লগত কথা পাতিছা বোৱাৰী! ছাব মৰা ধুতী নহয়, মুগা বৰণৰ লাৰু! ছোৱালীজনী বিদায় দিয়া সময়ত মিঠৈ খাবলৈ দিয়া হব। দেখা নাইনে?"

পিছদিনা পৰ্দাৰ প্ৰথম শাৰীত সাতোটা তৰা জিলিকি উঠিল! সাতোটা ৰঙৰ সাত ভাই। শিৱচন কামত মগ্ন হৈ থাকিলে তাৰ জিভাখন ওঠৰ মাজত ওলাই থাকে! কামত ব্যস্ত হৈ থাকিলে তাৰ খোৱা বোৱাৰ চিন্তা নাথাকে!…পৰ্দাত চুত্‌লী লগাই ওচৰতে থকা বাচন খনলৈ চালে—চিৰা আৰু গুড়ৰ শুকান চপৰা। মই লক্ষ্য কৰিলোঁ, শিৱচনৰ নাকৰ ওচৰত দুটা ৰেখা। দৌৰি মাৰ ওচৰলৈ গলোঁ—"মা, আজি শিৱচনক কোনে খাবলৈ দিছে—কেৱল চিৰা আৰু গুড়?"

মা ৰান্ধনি শালত কিবা কিবি ৰন্ধাত ব্যস্ত আছিল! কলে—"মই অকলে কি কৰিম? কালৈ চাম! হেৰ মাজু বোৱাৰী! শিৱচনক বুন্দিয়া কিয় দিয়া নাই?"

"বুন্দিয়া মই নাখাওঁ খুৰীদেউ।" শিৱচনৰ মুখত চিৰা! চিৰাৱে মুখখন ভৰি আছিল! গুড়ৰ চপৰা একাষত পৰি আছিল—নুচুৱাকৈ!

মাৰ কথা শুনি মাজু বৌৰ চকুৰ নোম থিয় হল। এমুঠি বুন্দিয়া বাচনখনত পেলাই থৈ গুছি গ'ল।

শিৱচনে কলে—"মাজু বোৱাৰীয়ে মাকৰ ঘৰৰ পৰা অনা মিঠৈও এইদৰে খোলা হাতেৰে ভগাই দিয়ে হবলা!"



মাজু বৌৱে নিজৰ কোঠাত বহি কান্দিবলৈ ধৰিলে! খুৰীদেৱে মাৰ ওচৰলৈ গৈ কলে, "সৰু জাতিৰ মানুহৰ মুখো সৰু নহয়! তাক ডাঙৰ পাতিলে মূৰৰ ওপৰত উঠিবই! কাবোবাৰ মাকৰ নাইবা শহুৰেকৰ ঘৰৰ কথা কিয় কব সি!"

মাজু বৌ মাৰ অতি মৰমৰ বোৱাৰী। মা খং কৰি বাহিৰ ওলাই আহিল—"শিৱচন! তুমি কাম কৰিবলৈ আহিছা, কাম কৰা! বোৱাৰীক ঠাট্টা কৰাৰ কি প্ৰয়োজন! যি বস্তুৰ প্ৰয়োজন হয় মোক কবা।"

শিৱচনৰ মুখখন ৰঙা পৰিল! সি কোনো উত্তৰ নিদিলে। বাঁহত ওলমাই লোৱা অসম্পূৰ্ণ পৰ্দাত বছি লগাবলৈ ধৰিলে।

মানুৱে পাণ সজাই বাহিৰৰ বৈঠকখানালৈ পঠাই আছিল। মনে মনে এটা পাণ শিৱচনক দি কলে—"শিৱচন দাদা, কাম কৰা ঘৰত পাঁচ ধৰণৰ মানুহে পাঁচ প্ৰকাৰৰ কথা কবই। তুমি কাৰো কথাতক াণ নিদিবা!"

শিৱচনে মিচিকিয়াই হাঁহি পাণটো মুখত সোমাই দিলে! খুৰীদেউ কোঠাৰ পৰা বাহিৰ ওলাই আহি আছিল! শিৱচনক পাণ খোৱা দেখি অবাক হৈ ৰৈ গ'ল। শিৱচনে খুৰীদেউক নিজৰ পিনে চাই থকা দেখি কলে—"সৰু খুৰীদেউ! তোমাৰ টেমাৰ সুগন্ধি জৰ্দা খুওৱাছোন। বহুত দিন হ'ল·····"

খুৰীদেউৰ কেইবাটাও কাৰণত শিৱচনৰ ওপৰত খং! খং দেখুৱাৰ এনে সুবিধা আৰু নাপায়। খং কৰিয়ে কলে—"ঠাট্টা কৰিছ? তোৰ বাঢ়ি অহা জিভাত জুই লাগক! ঘৰতো পাণ আৰু সুগন্ধি জৰ্দা খাব হবলা? লুভীয়া কৰবাৰ?" মোৰ অন্তৰখন কঁপি উঠিল!

শিৱচনৰ আঙুলিৰ পৰা চুত্‌লিৰ বছি পৰি গ'ল! কিছু পৰ সি নীৰবে বহি পাণ খাই থাকিল! তাৰ পিছত আচম্বিতে উঠি পিছ পিনে থুৱাই আহিল। ছুৰি, কাহি আদি মোণাত সোমাই ললে আৰু আৰি থোৱা পৰ্দা লৈ এবাৰ চাই হন হনাই চোতালেৰে ওলাই গ'ল!

খুৰীদেৱে বলকিব ধৰিলে। আৰে বাপৰে বাপ! ইমান বেগা-বেগিকৈ! কোনেও এনেয়েতো কাম নকৰায়! আঠ টকাত ছাব মৰা ধুতী পোৱা যায়···এই পোৱা মুখত লাগাম নাই—চকুত অকণো লাজ নাই! পইছা খৰছ কৰিলে শ শ পৰ্দা পোৱা যাব! বাঁতৰ টোলৰ তিৰোতাবোৰে মূৰত লৈ গলিয়ে গলিয়ে পৰ্দা বেচি ফুৰে।

মানুই নামাতিলে! নীৰৱে অসম্পূৰ্ণ পৰ্দাৰ পিনে চাই থাকিল। ···যেন তৰাবোৰ ক্ষীণ হৈ পৰিল!

মায়ে কলে—"যাবলৈ দে! মনটো সৰু নকৰিবি! মেলাত কিনি পঠাই দিম।"

মানুৰ মনত পৰিল—বিয়াৰ দিনাখনো শিৱচনৰ হাতৰ শীতল পাটী দিছিল মাকে! শহুৰেকৰ ঘৰৰ মানুহে কিমান বাৰ যে খুলি দেখুৱাইছিল পাটনা আৰু কলিকতাৰ আলহীবোৰক! তাই উঠি বৰ-বৌৰ কোঠালৈ গুছি গ'ল।

মই শিৱচনক মান্তি কৰাবলৈ গলোঁ। দেখিলোঁ—সি এখন ফটা শীতল পাটীত শুই কিবা ভাবি আছে! মোক দেখিয়েই সি কলে—"বাপু! এতিয়া নহয়। কাণত ধৰিছোঁ—এতিয়া নহয়! ছাব মৰা ধুতি লৈ মই কি কৰিম? কোনে পিন্ধিব?······তাই নিজে মৰা ল'ৰা-ছোৱালী কেইটা নিজৰ লগতে লৈ গ'ল! বাপু! মোৰ ঘৰৰ মানুহজনী জীয়াই থাকিলে মই এনে দুৰ্দশাত ভুগিলোহেঁতেন নে? এই শীতল পাটীখন তায়ে বুইছে! এইখন স্পৰ্শ কৰি কৈছোঁ—এতিয়া এই কাম নকৰোঁ।···গাৱঁত তোমাৰ ঘৰতে মোক অকণমান ভাল পাইছিল···এতিয়া আৰু সেই ভাল পোৱা নাই।" মনে মনে উলটি আহিলোঁ—বুজিলোঁ শিল্পীৰ অন্তৰত আঘাত লাগিছে। সি আহিব নোৱাৰে।

বৰ বৌৱে অসম্পূৰ্ণ পৰ্দাতে ছিট কাপোৰৰ ফুল লগাব ধৰিলে, "এয়াও বেয়া নেদেখি। কি কৱ মানু?"

মানুৱে একো নকলে।···বেচেৰী! কিন্তু মই মনে মনে থাকিব



নোৱাৰিলোঁ! খুৰীদেউ আৰু মাজু বৌৰ ইয়াতো চকু নপৰক বুলি মই মনে মনে কামনা কৰিলোঁ—

মানুক শহুৰেকৰ ঘৰত থৈ আহিবলৈ গৈছিলোঁ! ষ্টেচনত বস্তু মিলাওঁতে দেখিলোঁ, মানুৱে অতি হেঁপাহেৰে অসম্পূৰ্ণ পৰ্দাখন ভাজ লগাই লৈ যাব ধৰিছে।— মনে মনে শিৱচনৰ ওপৰত খং উঠিল। খুৰীদেউৰ সুৰতে সুৰ মিলাই গালি পাৰিবলৈ ইচ্ছা হ'ল! "কামচোৰ! লুভীয়া—!"

গাড়ী আহিল! বস্তুবোৰ গোটাই মই দুৱাৰ বন্ধ কৰিব ধৰিছিলোঁ—এনেতে প্লেট ফাৰ্মেৰে দৌৰি অহা শিৱচনলৈ চকু পৰিল—"বাবু!" সি দুৱাৰ মুখলৈ আহি মাতিলে! "কি?" মই খিৰিকীৰে ডিঙিটো উলিয়াই ধমক দিয়া সুৰতে কলোঁ। শিৱচনে পিঠিত লোৱা বোজাটো নমাই মোৰ পিনে চালে—"লৰৰি আহিছো·····দুৱাৰ খোলক। মানু বাইদেউ ক'ত?"

মই দুৱাৰ খুলি দিলোঁ!

"শিৱচন দাদা!" মানুৱে মাত্ৰ ইয়াকে কলে। খিৰিকীৰ ওচৰত থিয় হৈ শিৱচনে সঙ্কোচ ভাবে কলে—"এয়া মই দিছোঁ! সকলো বস্তু আছে বাইদেউ! শীতল পাটী, পৰ্দা আৰু এজোৰ আসন—কুশৰ! গাড়ী চলিব ধৰিলে।

মানুই ছাব মৰা ধুতীৰ দাম দিবলৈও ওলাল। শিৱচনে জিভাখন কামুৰি হাত জোৰ কৰিলে! মানুই উচুপি উচুপি কান্দিবলৈ ধৰিলে। মই বাণ্ডুলটো খুলি চালোঁ—এনে কাৰিকৰী, এনে সুন্দৰ, ৰঙীন চুত্‌লি ৰছিৰ এনে কাম—পোন প্ৰথম বাৰৰ বাবে দেখিলোঁ।

